# আকবৰ

লেখক :

লৰেঞ্চ বিনিয়ন

অনুবাদক :

সত্যেন্দ্ৰনাথ শৰ্ম্মা



নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

নিউ দিল্লী

October 1967 ( Ashvin 1889 )

অক্টোবৰ, ১৯৬৭ চন ( আহিন, ১৮৮৯ শক )

*Published by arrangement with*
*M/s Peter Davies Ltd., London*

Rs, 3·75

টকা ৩·৭৫

AKBAR

by

LAWRENCE BINYON

*(Assamese Translation)*

নেচনেল বুক ট্ৰাস্টৰ চেক্ৰেটেৰিৰ দ্বাৰা প্ৰকাশিত, ভাৰতবৰ্ষ, নিউ দিল্লী-১৩, আৰু ছপাকৰা—
নাভানা প্ৰিন্টিং ওয়ার্কস্ প্ৰাইভেট লিমিটেড, কলকতা-১৩

ভাৰত-প্ৰেমিক
উলিয়ম ৰুথেনষ্টীনক
পুৰণি বন্ধুত্বৰ স্মৃতিস্বৰূপে

যশস্যা দেৱীয়ে অনুগ্ৰহ কৰা লোকসকলৰ কথা চিন্তা কৰি ( ভাগ্য-দেৱীৰ দৰে এই গৰাকী দেৱীয়েও বৰমাল্য প্ৰদানত ঔচিত্য বা গুণাগুণৰ বিচাৰ নকৰে ) মানৱজাতি স্বেচ্ছাই বিশ্বাসপ্ৰৱণ নহৈ নোৱাৰে। স্থান আৰু কালৰ দূৰত্বই বিৰাটৰূপ দান কৰা এই মহৎ লোকসকলৰ ব্যক্তিত্বক কেন্দ্ৰ কৰি কিছুমান কিম্বদন্তি আৰু সাধুকথা গঢ়ি উঠে। স্বকীয় সম্মোহিনী শক্তি সম্পৰ্কে সজাগ এই মহৎ লোকসকলে মানৱৰ স্বাভাৱিক বিশ্বাসপ্ৰৱণতাৰ সুবিধা লৈ কেতিয়াবা আত্মজীৱনক কেন্দ্ৰ কৰি বহুতো উপকথা নিজেই সৃষ্টি কৰে। জগতবাসীৰ অন্তৰত এওঁলোকে এবাৰ স্থান লাভ কৰাৰ পাছত যুক্তিবাদীসকলৰ সত্য-অসত্য বিচাৰৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হৈ যায়। উদাহৰণ স্বৰূপে, নেপোলিয়ন চৰিত্ৰৰ বহুতো ক্ষুদ্ৰতা, দুৰ্ব্বলতা আৰু অসত্যতা স্পষ্টভাৱে প্ৰমাণিত আৰু প্ৰকাশিত হোৱাৰ পাছতো তেওঁৰ বিৰাট ব্যক্তিত্বই সমসাময়িক কালছোৱাক আবৰি আছে আৰু তেওঁৰ গগনচুম্বী ব্যক্তিসত্তা দ'লৰ কলচীৰ দৰে জিলিকি আছে।

কিন্তু পৃথিৱীৰ অন্যতম মহৎ শাসনকৰ্ত্তা আৰু বিজয়ী বীৰ আকবৰৰ জীৱনত এনে কিছুমান ঘটনা আছে যিবোৰৰ কাৰণে উপকথা আৰু কিম্বদন্তিয়ে তেওঁৰ চৰিত্ৰত শিপা মেলিবলৈ সুবিধা পোৱা নাই। সমসাময়িক বুৰঞ্জী লেখকসকলে অৱশ্যে কৰ্ত্তব্যৰ বা আনুগত্যৰ অনুৰোধত সামান্যভাৱে তেওঁৰ চৰিত্ৰত অতি-মানবীয় শক্তি আৰোপ কৰিবলৈ চেষ্টা নকৰা নহয়। জন্মৰ পূৰ্ব্বতে মাঙ্গলিক সূচনা আৰু সাতমহীয়া শিশু আকবৰৰ ওজস্বী বক্তৃতা এনে দুই এটা উপকথা বুৰঞ্জীলেখকে উল্লেখ নকৰা নহয়। কিন্তু তেনে ধৰণৰ অলীক কথাই তেওঁৰ চৰিত্ৰত

স্থায়ীৰূপে প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰিলে। তেওঁ নিজেই এনে উপকথাৰ শৃঙ্খলৰ পৰা ততাতৈয়াকৈ নিজকে মুক্ত কৰিলে। গৌৰৱ বা যশস্যাৰ প্ৰতি তেওঁ যে উদাসীন আছিল তেনে নহয়, বৰং সেই বিষয়ে অধিক সজাগহে আছিল। কিন্তু বাস্তৱ যশস্যাকে তেওঁ যথেষ্ট বুলি ভাবি লৈছিল।

মধ্য এছিয়াৰ সৰু কিন্তু সুখদায়ক এখন ৰাজ্যৰ সিংহাসনৰ উত্তৰাধিকাৰী আৰু অত্যন্ত দুঃসাহসিক অভিযানকাৰী বাবৰৰ নাতি আছিল আকবৰ। বাবৰে জীৱনৰ সৰহভাগ কাল যুদ্ধ কৰি আৰু বৃহৎ ৰাজ্য এখন পৰিকল্পনা কৰিয়ে অতিবাহিত কৰে। অৱশেষত তেওঁ হিন্দুস্থানৰ বিৰুদ্ধে অভিযান চলাই এখন বৃহৎৰাজ্য জয় কৰি লয়। তেওঁৰ পুতেক হুমায়ুনে সেই ৰাজ্য কিছুদিন থৰকবৰকভাৱে ৰক্ষা কৰি অৱশেষত প্ৰতিদ্বন্দী আফগান শাসনকৰ্ত্তাৰ হাতত পৰাস্ত হৈ ৰাজ্য এৰি পলাই যাব লগাত পৰে। কেবাবছৰো নিৰ্ব্বাসনত অনাই-বনাই ফুৰি তেওঁ পুনৰ ৰাজ্য উদ্ধাৰ কৰে, কিন্তু অলপ দিনৰ পাছতে মৃত্যুৰ মুখত পৰে। হুমায়ুনৰ মৃত্যুৰ সময়ত পুতেক আকবৰে লবালিকাল অতিক্ৰম কৰি যোৱা নাছিল; পৈত্ৰিক ৰাজ্য ৰক্ষাৰ কাৰণে সেই বয়সতে তেওঁ যুদ্ধত অৱতীৰ্ণ হব লগাত পৰিছিল। তেওঁ পিতৃৰাজ্য লাভ কৰিলে আৰু তাৰ পাছত ক্ৰমাগত এখনৰ পাছত সিখন কৈ ধাৰাবাহিক যুদ্ধ জয় কৰি ৰাজ্যৰ সীমামূৰীয়া দেশসমূহ নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। এই দৰে বঙ্গোপসাগৰৰ পৰা আৰবসাগৰ পৰ্য্যন্ত তেওঁৰ ৰাজ্যই বিস্তাৰ লাভ কৰিলে; কেৱল দাক্ষিণাত্য বাদে সমগ্ৰ ভাৰতৰ তেওঁ অধিপতি হ'ল।

যুদ্ধ-বিজয়ী বীৰ স্বৰূপে আকবৰে যি কৃতকাৰ্য্যতা লাভ কৰিছিল তাতোকৈ অধিক সফলতা লাভ কৰিছিল শাসনকৰ্ত্তাৰূপে। বিভিন্ন ৰাজ্য, বিভিন্ন জাতি, বিভিন্ন ধৰ্ম্ম আৰু ভাষাৰ বিৰাট দেশখনক একত্ৰিত কৰি এখন ঐক্যবদ্ধ ৰাষ্ট্ৰত পৰিণত কৰাত তেওঁৰ কৃতিত্ব অধিকৰূপে প্ৰকাশ পাইছিল। বিশদ আৰু ব্যাপক অনুষ্ঠানসমূহৰ যোগেদি তেওঁ এই ঐক্যস্থাপন-কাৰ্য্যত সফলতা লাভ কৰিছিল। প্ৰত্যেক কাৰ্য্য-পন্থাকে পুঙ্খানুপুঙ্খভাৱে বিচাৰ কৰি চাব পৰা অসাধাৰণ প্ৰতিভাৰ গৰাকী আছিল আকবৰ। তাতোকৈ অধিক কাৰ্য্যকৰী আছিল তেওঁৰ স্থিৰ আৰু সুনিৰ্দিষ্ট ৰাষ্ট্ৰনীতি, যি ৰাষ্ট্ৰনীতিয়ে প্ৰজা সাধাৰণৰ মনত শাসকৰ ন্যায়নিষ্ঠা সম্পৰ্কে প্ৰতীতি জন্মাইছিল। আকবৰৰ ৰাষ্ট্ৰ আৰু শাসননীতিৰ ধাৰণাসমূহ এছিয়াৰ আন আন যুদ্ধবিজয়ী বীৰসকলৰ ইতিহাসত সম্পূৰ্ণ নতুন আছিল। যদিও তেওঁ বিদেশী বা অভাৰতীয় আছিল, তথাপি বিজিত দেশখনৰ উন্নতি-অৱনতিৰ লগত নিজ সত্তা সম্পূৰ্ণৰূপে মিলাই দিছিল আৰু তেওঁ প্ৰয়োগ কৰা ৰাষ্ট্ৰনীতি বা পদ্ধতিসমূহৰ সৰহ ভাগেই পাছলৈ স্থায়িত্ব লাভ কৰিছিল। আকবৰ আৰু তেওঁৰ মন্ত্ৰীবৰ্গই গ্ৰহণ কৰা বহুতো নীতি আৰু আচৰণ ইংৰাজৰ শাসনপদ্ধতিতো পাছত সুমুৱাই লোৱা হৈছিল।

তথাপি কব লাগিব যে জীৱনত লাভ কৰা সাফল্য আৰু কৃতিত্বক আকবৰৰ ব্যক্তিত্বই অতিক্ৰম কৰি গৈছে—"তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ" এই কথা আকবৰতে খাটে। এই অকণমান পুথিখনত আকবৰৰ জীৱনৰ ঘটনাৱলীতকৈ মানুহজনৰ এটা প্ৰতিচ্ছবি দাঙি ধৰিবলৈহে যত্ন কৰা হৈছে। তেওঁৰ জীৱনৰ ঘটনাৱলীৰ বিশদ বিৱৰণ ভিন্‌চেণ্ট্ স্মিথৰ "আকবৰ দি গ্ৰেট্ মোগল" ( শ্ৰেষ্ঠ মোগল আকবৰ ) নামৰ পুথিত পোৱা যায়। উক্ত পুথি কিছু বিষয়ত ত্ৰুটিপূৰ্ণ হলেও আৰু আকবৰৰ প্ৰতি স্থান-বিশেষে লেখকে আচৰিতভাৱে অন্যায়দৃষ্টি কৰিলেও, এই কথা নুই কৰিব নোৱাৰি যে আকবৰ সম্পৰ্কে পুথিখনত

বহুতো নিৰ্ভৰযোগ্য উপাদান আৰু বিৱৰণ পোৱা যায়। এই বিষয়ে প্ৰধান, মৌলিক আৰু নিৰ্ভৰযোগ্য উৎস হ'ল আকবৰৰ অন্যতম বন্ধু আৰু মন্ত্ৰী আবুল ফজলে ফাৰ্চী ভাষাত ৰচনা কৰা 'আকৃবৰ-নামা' নামৰ সুপ্ৰসিদ্ধ গ্ৰন্থখন। তাৰ বাহিৰেও অন্য ভাৰতীয় ঐতিহাসিক গ্ৰন্থ আছে, কিন্তু আমাৰ কাৰণে উল্লেখযোগ্য আকৰ্ষণীয় বিৱৰণ হৈছে আকৃবৰৰ ৰাজসভাত থকা আৰু বিভিন্ন বিজয় অভিযানত তেওঁৰ লগত যোৱা জেচুইট্ মিচনেৰি কেইজনে লেখি থৈ যোৱা পৰিষ্কাৰ টোকাসমূহ।

ইতিহাসত প্ৰসিদ্ধি লাভ কৰা লোকসকলৰ ভিতৰত আকবৰৰ দৰে ইমান নিৰাভৰণৰূপে দৃষ্টিৰ সম্মুখত থিয় হোৱা আৰু আমাৰ মানস পটত ইমান স্পষ্টভাৱে ধৰা দিয়া লোক বিৰল। তেওঁৰ কৃতিত্ব আৰু দৈনন্দিন জীৱনৰ সকলো খুটি-নাতি ডাঙৰ ডাঙৰ প্ৰতিকৃতি ( Portraits ) সমূহে যেনেকৈ আমাক জনায়, তেনেকৈ তেওঁৰ জীৱনৰ বহুমুখী কাৰ্য্য আৰু ঘটনা অঙ্কিত থকা ক্ষুদ্ৰ চিত্ৰাঙ্কনসমূহেও সমৰ্থন কৰে। ( এই চিত্ৰাঙ্কনসমূহৰ বহুতো এই দেশত ( ইংলণ্ডত ) এতিয়া পোৱা যায় )। এই প্ৰতিকৃতিবোৰে জীৱনৰ মধ্যাহ্নত ভৰি দিয়া আকবৰক আমাৰ সম্মুখত দাঙি ধৰে। আটিল দেহ, দৃঢ় মাংসপেশী, পকা য-ধানৰ দৰে স্বাস্থ্যসূচক গাৰ বৰণ, বহল স্কন্ধদেশ আৰু ওখও নহয় চাপৰো নহয় অৰ্থাৎ নিয়মীয়া দীৰ্ঘত্ব আকবৰৰ শৰীৰৰ বৈশিষ্ট্য আছিল। দীঘল ভ্ৰূৰেখাৰে সৰু চকু দুটা, সূৰ্য্যৰ ৰশ্মি পৰি জিলিকি উঠা পানীৰ ঢৌৰ দৰে উজ্জ্বল আছিল। তেওঁৰ দাড়ি নাৰাখিছিল, কিন্তু গোফ ৰাখিছিল। তেওঁৰ কণ্ঠস্বৰ গম্ভীৰ আৰু ডাঙৰ আছিল। হাহোঁতে তেওঁৰ সমস্ত মুখমণ্ডলত তাৰ চিন ফুটি উঠিছিল। তেওঁৰ খোজৰ গতি ক্ষিপ্ৰ আছিল, কিন্তু সৰু কালৰ পৰা ঘোঁৰা উঠাৰ ফলত কলাফুল দুটা সামান্য ধেনুভিৰীয়া হৈ পৰিছিল। খোজ কাঢ়োতে মূৰটো সোঁ কান্ধৰ ফালে



ঈষত ঢাল খাই গৈছিল। নাকটো সৰু আৰু পোন, কিন্তু বৰ জোঙা নাছিল। নাকৰ পাহী দুটা বহল আৰু সততে উঠা-নমা কৰি থকা বিধৰ আছিল। বাঁও নাকৰ পাহীৰ তলতে এটা মাহ আছিল ; এইটো সৌন্দৰ্য্যবৰ্দ্ধক চিন বুলি ধৰা হয়। যি সমাজতে নাথাকক, তেওঁক ৰজা বুলি সহজে চিনিব পাৰি। তেওঁ শক্তিৰ আধাৰ স্বৰূপ আছিল। তেওঁ স্বভাৱতে উগ্ৰ প্ৰকৃতিৰ আছিল। এই বিষয়ে তেওঁ নিজেও সচেতন আছিল। সেই কাৰণেই তেওঁ নিয়ম কৰি দিছিল যে প্ৰথমবাৰ মৃত্যুদণ্ডৰ আদেশৰ পাছত যদি দ্বিতীয়বাৰ সেই আদেশ দোহাৰি সমৰ্থন নকৰে তেন্তে প্ৰথম আদেশৰ ওপৰত নিৰ্ভৰ কৰি যেন কাকো বধ কৰা নহয়। তেওঁৰ ক্ৰোধ অতি ভয়ানক আছিল যদিও সহজে শাম কাটিছিল। অসামান্য অনুসন্ধিৎসা, ঔৎসুক্য আৰু নতুনৰ প্ৰতি স্পৃহা তেওঁৰ চৰিত্ৰৰ অন্যতম বিশেষত্ব আছিল। শৰীৰৰ সমানে মনকো সততে কাৰ্য্যত নিয়োজিত কৰি ৰাখিছিল।

কিন্তু এইটো বৰ আচৰিত কথা যে একমাত্ৰ স্পেইনৰ ৰজা ফিলিপৰ বাহিৰে সেই সময়ৰ পৃথিৱীৰ শ্ৰেষ্ঠ ধনী আৰু শক্তিশালী সম্ৰাট আকবৰ কাব্য, বুৰঞ্জী আৰু দাৰ্শনিক বিচাৰ-আলোচনাত পাৰদৰ্শী হৈয়ো নিৰক্ষৰ আছিল। তেওঁ লেখা-পঢ়া এটাও নাজানিছিল। এইটো অৱশ্যে সঁচা যে আকবৰৰ পূৰ্ব্বপুৰুষ টাইমুৰৰ জীৱনী গ্ৰন্থ এখনত বৰ যত্নেৰে সৰু লৰাৰ অপৈণত হস্তাক্ষৰেৰে লিখা আকবৰৰ চহী এটা পোৱা গৈছে ; সেই চহীৰ তলতে পুতেক জাহাঙ্গীৰে সসম্ভ্ৰমে স্বাক্ষৰ কৰি থৈছে। কিন্তু আচৰিত বস্তুৰ দৰে বৰ যত্নেৰে সংৰক্ষণ কৰা সেই চহীটোৱে তেওঁৰ নিৰক্ষৰতাহে স্পষ্টভাৱে প্ৰমাণ কৰে। অৱশ্যে তেওঁ লেখা-পঢ়া নেজানিলেও স্মৃতিশক্তিৰ বলত সকলো কথা মনত ৰাখিব

পাৰিছিল। তেওঁ নিজে পাঠ নকৰিও আনে পাঠ কৰি শুনোৱা কথা অধিক স্পষ্টভাৱে মনত ৰাখিছিল। শৰীৰ আৰু মনৰ শক্তিৰ দৰে স্মৃতি শক্তিও তেওঁৰ অসাধাৰণ আছিল।

ষোড়শ শতাব্দীৰ শেষৰ ফালে যদি কোনো ইউৰোপদেশীয় পৰ্য্যটক গৈ তেওঁৰ ৰাজ্যত উপস্থিত হ'লহেতেন তেন্তে সম্রাটৰ লগত কথাবাৰ্ত্তাৰ সোৱাদ লৈ নিচেই ওচৰৰপৰা তেওঁক নিৰীক্ষণ কৰিবলৈ একো অসুবিধা নাপালেহেতেন। বিদেশীলোকক তেওঁৰ ৰাজসভালৈ সততে স্বাগত জনোৱা হৈছিল। আকবৰে স্বকীয় অভিৰুচি মতে নিৰ্ম্মাণ কৰা আৰু হঠাতে পৰিত্যাগ কৰি এৰি যোৱা 'ফতেপুৰ চিক্ৰি' নামৰ জাকজমকতাৰে পৰিপূৰ্ণ ৰাজধানীত যিবিলাক লোক সমবেত হৈছিল সেই সকলৰ ভিতৰত প্ৰধানকৈ ইৰানী, তুৰ্কী, হিন্দু আদি এছিয়াৰ বিভিন্ন দেশৰ আৰু গোষ্ঠীৰ লোক আছিল। 'পাশ্চাত্য দেশবোৰত 'মোগল-ই-আজম' বা 'শ্ৰেষ্ঠ মোগল' শব্দই অপেশ্বৰীৰ সাধুৰ দৰে এটা ধাৰণা আনি দিছিল। দৰাচলতে বাহ্যিক ৰূপত প্ৰাচ্য আৰু পাশ্চাত্য সভ্যতাৰ যথেষ্ট পাৰ্থক্য চকুত পৰিলেও ইউৰোপৰ সভ্যতাৰ লগত মোগল সভ্যতাৰ বহু ক্ষেত্ৰত সমান্তৰাল বিকাশ লক্ষ্য কৰা যায়। মোগল ৰাজপুৰীৰ বাহ্যিক আড়ম্বৰ, বিলাস আৰু জাকজমকতাৰ অন্তৰালত হয়তো বৰ্ব্বৰতাৰ আভাস নথকা নহয়, কিন্তু ইউৰোপৰ ৰজাসকলৰ ৰাজসভাৰ কৃত্ৰিম সুৰুচিৰ অন্তৰালত জানো বৰ্ব্বৰতা মিহলি হৈ থকা নাছিল? ৰাজ দৰবাৰৰ পূতিগন্ধময় মলিনতাক সৌৰভ-সুগন্ধৰ নিৰ্য্যাসে আবৰি ৰখা নাছিল নে? মোগল দৰবাৰতো সকলো ধৰণৰ বিলাস আৰু সুৰুচিৰ আহিলা মজুত আছিল; জাকজমকতাপূৰ্ণ ৰাজকীয় আদব্-কায়দা আৰু ইন্দ্ৰিয় পৰিতৃপ্তিৰ বাহিৰেও সাহিত্য আৰু কলাপ্ৰীতিৰ পৰিৱেশ ৰাজদৰবাৰত গঢ়ি উঠিছিল। কাব্য আৰু



কৱিতাই তাত বিশেষ সমাদৰ লাভ কৰিছিল আৰু ফাৰ্চী কৱিসকলৰ ৰচনা-চাতুৰ্য্য আৰু পণ্ডিতমন্যতাই কৰি মাৰিনি আৰু তেওঁৰ অনুকৰণকাৰী সকলৰ কৌশলকো চেৰ পেলায়। তেওঁৰ অনুগ্ৰহ লাভ কৰা চিত্ৰ-ভাস্কৰ্য্যশিল্পীৰ দ্বাৰা দৰবাৰ উপচি আছিল। সঙ্গীত আৰু চিত্ৰাঙ্কন বিদ্যাত সম্রাটৰ পাৰদৰ্শিতা থকাৰ উপৰিও আন ভালে কেইটা শিল্পৰ লগত পৰিচয় আছিল। যদি ধৰ্ম্মবিষয়ক আলোচনা তৰ্ক আৰু সাম্প্ৰদায়িক অৰিয়াঅৰিকে সভ্যতাৰ নিদৰ্শন বুলি ধৰা হয় তেন্তে আকবৰৰ ভাৰতবৰ্ষই সেই বিষয়ত পাশ্চাত্য জগতক অতিক্ৰম কৰি গৈছিল। কিন্তু পাৰ্থক্য ইমানেই যে পাশ্চাত্য জগতত প্ৰতিদ্বন্দ্বী-সকলে মৌখিক যুদ্ধতে আবদ্ধ নাথাকি ধৰ্ম্মান্ধতাৰ বশবৰ্ত্তী হৈ তৰোৱাল আৰু অগ্নিৰ সহায় লৈ পৰস্পৰক ধ্বংস কৰিছিল আৰু কেতিয়াবা সমস্ত দেশ একোখন চাৰখাৰ কৰি দিছিল। কিন্তু ভাৰতত, ৰাজশক্তিৰ নিয়ন্ত্ৰণৰ বলত, ধৰ্ম্ম বিষয়ক তৰ্কযুদ্ধ অসিযুদ্ধত পৰিণত হব লোৱাৰিছিল। আকৃবৰ এনে এজন সম্রাট আছিল যি প্ৰকৃততে ধৰ্ম্মৰ ক্ষেত্ৰত উদাৰ আৰু সহনশীল নীতিত বিশ্বাস কৰিছিল।

আমি আগতে কৈ অহা পাশ্চাত্য পৰ্য্যটকে যি কোনো দিনতে ৰাজদৰবাৰত বহি থকা আকৃবৰক দেখা পালেহেঁতেন, কাৰণ সম্রাটে দিনে দুবাৰকৈ দৰবাৰত বহিছিল। য'ত আকবৰে বিদেশী ৰাষ্ট্ৰদূত নাইবা আমীৰ-ওমৰাওসকলক দৰ্শন দান কৰিছিল সেই ৰঙা পাথৰেৰে নিৰ্ম্মিত ৰাজ অট্টালিকাৰ শাৰী শাৰী স্তম্ভই সূৰ্য্যৰ তীব্ৰ পোহৰৰ ফলত ঘন আৰু দীৰ্ঘ ছায়া নিক্ষেপ কৰা দেখা পাব আৰু অলিন্দৰ মূধত ম'ৰা চৰাইবোৰে ৰদ লৈ জিৰাই থকা, প্ৰাঙ্গণত হাতীবোৰক ধীৰে ধীৰে আগুৱাই নিয়া, চিতাবাঘক শিকলিৰে ধৰি থকা আৰু বিভিন্ন ৰঙৰ মিহি ৰেচমী পোছাক পৰিধান কৰা তজবজীয়া আৰু সজীৱ লোকৰ সমাগম

পৰ্য্যটকৰ চকুত নপৰাকৈ নাথাকে। আঁঠুলৈকে ওলমি থকা অঙ্গৰক্ষা আৰু ঘন পাকৰ পাগুৰী বা উষ্ণিশ পৰিধান কৰা আকবৰকো তাত (দৰবাৰত) দেখিবলৈ পাব। গোড়া মুচলমানৰ দৰে ভৰিৰ সৰু গাঠি স্পৰ্শ কৰা দীঘল অঙ্গৰক্ষা তেওঁ পৰিধান নকৰিছিল। তেওঁৰ কণ্ঠৰ পৰা বুকুলৈকে মুক্তাৰ হাৰ ওলমি আছিল। তেওঁৰ ব্যৱহাৰ আৰু আচৰণত সঘন আৰু সূক্ষ্ম পৰিৱৰ্ত্তন চকুত নপৰাকৈ নাথাকে। মহৎ পুৰুষৰ লগত তেওঁৰ আচৰণো মহৎ আৰু অনমনীয় আছিল, কিন্তু নিঃকিন-বিলাকৰ প্ৰতি সহানুভূতিশীল আৰু দয়ালু আছিল। দুখীয়াই উপঢৌকন স্বৰূপে দিয়া সামান্য বস্তুৰ প্ৰতিও আগ্ৰহ দেখুৱাইছিল, কিন্তু ধনীৰ মূল্যবান উপঢৌকন তেওঁ কেৰাহিকৈয়ে নাচাইছিল। ন্যায় বিচাৰৰ কাৰণে তেওঁ প্ৰসিদ্ধ আছিল ; অপকৃতসকলে সম্ৰাটক তেওঁ-লোকৰ সপক্ষ বুলি দৃঢ়ভাৱে বিশ্বাস কৰিছিল।

ৰাতিপুৱা, দুপৰীয়া, গধূলি আৰু মাজনিশা এই চাৰিপৰত আকবৰে নামাজ পঢ়িছিল। লৌহতুল্য শাৰীৰিক দৃঢ়তা নাথাকিলে কোনেও সম্ৰাটৰ দৈনন্দিন কাৰ্য্য-তালিকাৰ লগত সমানে আগবঢ়িব নোৱাৰে। দিনে তিনি ঘণ্টাৰ টোপনি তেওঁৰ পক্ষে যথেষ্ট আছিল। তেওঁ দিনে মাত্ৰ এবাৰকৈ আহাৰ কৰিছিল, কিন্তু খোৱাৰ কোনো নিৰ্দ্দিষ্ট সময় নাছিল। তেওঁ মাংস বেছি নাখাইছিল আৰু বয়স বাঢ়ি যোৱাৰ লগে লগে ক্ৰমে কমাই আনিছিল। "আমাৰ দেহটোক পশুৰ কবৰ এটালৈ আমি কিয় পৰিণত কৰো ?"—এই বুলি তেওঁ এবাৰ কৈছিল। ভাত, মিষ্টান্ন আৰু ফল তেওঁৰ প্ৰিয় খাদ্য আছিল, ফল তেওঁৰ বিশেষ প্ৰিয় বস্তু আছিল। কাৰ্যক্ৰমেৰে পৰিপূৰ্ণ দীঘলীয়া দিনবোৰৰ প্ৰতি মুহূৰ্ত্ত তেওঁ সদ্ব্যৱহাৰ কৰিছিল। মন্ত্ৰী আৰু সেনাপতিবৰ্গৰ সৈতে ৰাজ্যশাসন সম্পৰ্কীয় যি দৈনন্দিন আলোচনা আৰু মন্ত্ৰণা হৈছিল তাৰ মাজতে,



বিৰতিৰ সময়ত তেওঁ আস্তাৱলৰ হাতী, ঘোঁৰা আৰু অন্যান্য জন্তু পৰিদৰ্শন কৰিছিল। তেওঁৰ হাতীশালত পাঁচ হেজাৰ হাতী আছিল আৰু প্ৰত্যেকটোকে নামেৰে সৈতে চিনি পাইছিল। এইদৰে ৰাজ আস্তাৱলত থকা প্ৰত্যেকটো জন্তুকে চাই যদি কোনোটোক শুকাই-খীণাই যোৱা দেখা পায় তেন্তে আস্তাৱল-তত্ত্বাৱধায়কৰ কৈফিয়ৎ তলব কৰিছিল আৰু উপযুক্ত কাৰণ দেখুৱাব নোৱাৰিলে তলব বন্ধ কৰি দিছিল। তাৰ মাজতে অৱসৰ বুজি তেওঁ ওপৰ-তলালৈ গৈ নীলা আৰু বগা পাথৰৰ তৈয়াৰী চৰাই-বাহ বা গড়ালবোৰ পৰিদৰ্শন কৰিছিল। হুইচেল বা সুহুৰিৰ ধ্বনি অনুসৰণ কৰি পাৰচৰাইবোৰ একেলগে থুপখোৱা নাইবা আঁতৰি যোৱা কাৰ্য্য চাই তেওঁ বিশেষ আমোদ উপভোগ কৰিছিল। বিৰতিৰ সময় খিনিৰ কিছু অংশ তেওঁ বেগম মহলত কটাইছিল ; বেগম মহলত প্ৰায় তিনিশ ৰমণী আছিল। কেতিয়াবা অৱসৰ বুজি প্ৰাচীন ৰোমনগৰৰ সম্ৰাট মাৰ্কাচ অৰেলিয়াচৰ নিচিনাকৈ মল্ল যুদ্ধ নাইবা হাতী, সিংহ আদি জন্তুৰ যুজ চাই আনন্দ লাভ কৰিছিল। কিন্তু এনে আমোদ-প্ৰমোদৰ মাজতো ৰাজকীয় আন চিন্তাত তেওঁৰ মন নিবদ্ধ আছিল ; বিশাল সাম্ৰাজ্যৰ বিভিন্ন ঠাইৰ পৰা সংবাদ বহন কৰি অনা দূতবিলাকক এনে আমোদ-প্ৰমোদৰ মাজতে দেখা কৰিছিল আৰু খৰটকীয়া সিদ্ধান্ত লব লগা হৈছিল। আকৌ কেতিয়াবা এনে বিৰতিৰ সময়খিনিতে চিত্ৰশালাত চিত্ৰকৰসকলৰ বিভিন্ন চিত্ৰ পৰ্য্যালোচনা কৰি নাইবা বাঢ়ৈ বা শিলাকুটিৰ কামত উৎসাহ দি অতিবাহিত কৰিছিল। বিশেষকৈ লোহাৰ কাৰখানাত বৰটোপ নিৰ্ম্মাণ কাৰ্যত যোগ দি তেওঁ বৰ ৰং পাইছিল।

গোধূলি যেতিয়া দৰবাৰমণ্ডপৰ দীপাৱলী জ্বলি উঠে, সম্ৰাটে পাৰিষদসকলৰ সমাজত যোগদান কৰি সঙ্গীত নাইবা সাহিত্য চৰ্চ্চাত

অংশ গ্ৰহণ কৰে। সম্ৰাটে বসাল কাহিনী নাইবা খুহুটীয়া কথাৰ হাঁহি তামাচাত সমানে যোগদান কৰে। সেই সমাজত কোনো বিদেশী থাকিলে নানা প্ৰশ্ন কৰি অফুৰন্ত অনুসন্ধিৎসাৰ পৰিচয় দিছিল। মাজ ৰাতিলৈকে গভীৰ ধৰ্ম্মালোচনাত নিমগ্ন থাকিবলৈ বৰ ভাল পাইছিল। আফিং মিহলাই তেওঁ সুৰাপান কৰিছিল, ফলত কেতিয়াবা সাময়িক জাড্যভাৱ হলেও তেওঁৰ অসাধাৰণ কৰ্ম্মশক্তিক বিশেষ অপকাৰ কৰিব পৰা নাছিল। এনে কৰ্ম্মব্যস্ত প্ৰাত্যহিক জীৱনৰ মাজতো ঢৌতে খৰমাৰি এঘণ্টা বা দুঘণ্টা সময় উলিয়াই নিৰ্জন ঠাইত গভীৰ আধ্যাত্মিক চিন্তাত নিমগ্ন হৈছিল।

ৰাজপুৰীত থাকোতে সম্ৰাটৰ এয়ে দৈনিক কাৰ্য্যসূচী। বিজয় অভিযানবোৰৰ অন্তৰ্ৱৰ্ত্তী সময়খিনি মাত্ৰ ওপৰুক্ত ধৰণে তেওঁ ৰাজ-পুৰীত কটাইছিল। বিজয় অভিযানৰ পূৰ্ব্বৰঙ্গ স্বৰূপে প্ৰায়ে তেওঁ বন্যপশু চিকাৰৰ আয়োজন কৰিছিল। যুদ্ধাভিযানৰ উদ্দেশ্যে সসৈন্যে যাওঁতে যেতিয়া দ্ৰুতগতিত যোৱাৰ প্ৰয়োজন বোধ নকৰে তেতিয়া ঠাই আৰু সময় বুজি তেওঁ মৃগয়া বা পশু চিকাৰ কৰিছিল। পৃথিৱীৰ ইতিহাসত কেইজন মহৎ লোকৰ জীৱন সম্পৰ্কে আমি ইমান কথা জানিবলৈ সক্ষম হৈছো? আকবৰৰ জীৱনৰ ইমানখিনি কথা জানিও আমি জানো আকবৰ নামৰ মানুহজনক অৰ্থাৎ তেওঁৰ ব্যক্তিপুৰুষটিক জানিব পাৰিছো? তেওঁৰ চৰিত্ৰৰনো প্ৰকৃত স্বৰূপ কি এই বিষয়ে পৰস্পৰ বিৰোধী মত প্ৰকাশ কৰা দেখা যায়, কাৰণ তেওঁৰ বহুত কাৰ্য্যৰ পৰস্পৰ বিৰোধী আৰু বিপৰীত ব্যাখ্যা দিব পৰা যায়।

আকবৰৰ দৰবাৰৰ ঐতিহাসিক আবুল ফজলে দি যোৱা প্ৰমাণ আৰু অভিমত বহু ক্ষেত্ৰত তোষামোদপ্ৰৱণ হোৱাৰ কাৰণে নিৰপেক্ষ বুলি মানি লবলৈ টান হব পাৰে। অৱশ্যে তেওঁ সমদৃষ্টিৰে এনে কিছুমান কাৰ্য্য বৰ্ণনা কৰি গৈছে যিবোৰৰ কোনো ঐতিহাসিক গুৰুত্ব নাই বা আকবৰৰ কৃতিত্বৰ পৰিচায়ক নহয়। গতিকে এনে অৱস্থাত আমি আকবৰৰ চৰিত্ৰ বুজিবৰ কাৰণে তেওঁৰ ৰাজসভাত থকা জেচুইট মিচনেৰি কেইজনৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰা অধিক সমীচীন হ'ব; কাৰণ আকবৰ-চৰিত্ৰত প্ৰাপ্য গৌৰৱ বা কৃতিত্বতকৈ অতিৰিক্ত মহত্ত্ব আৰোপ কৰিবলৈ তেওঁলোকৰ কোনো প্ৰয়োজন বা স্বাৰ্থ নাছিল।



জেচুইট বাৰ্টোলিয়ে লেখিছে, "আকবৰে তেওঁৰ অন্তৰৰ ভাৱ আৰু তেওঁ কি ধৰ্ম্মমত প্ৰকৃততে বিশ্বাস কৰে সেই বিষয়ে জানিবলৈ কাকো সুবিধা নিদিছিল। কিন্তু নিজৰ স্বাৰ্থ পূৰণৰ অৰ্থে ৰুচিকৰ বাক্যেৰে বিভিন্ন সম্প্ৰদায়ৰ প্ৰতি তেওঁ অন্তৰ্ভুক্তি হোৱাৰ সম্ভাৱনা দাঙি ধৰি তেওঁলোকক সততে আশান্বিত কৰি ৰাখিছিল। আপাতদৃষ্টিত তেওঁ সৰল, অকপট, সাধু ব্যক্তি যেন অনুমান হয়, কিন্তু প্ৰকৃততে তেওঁৰ মনৰ দুৱাৰ বন্ধ আছিল আৰু ই স্বয়ংপূৰ্ণ হোৱাৰ কাৰণে আনে তাত প্ৰৱেশ কৰিবলৈ সুবিধা নাপাইছিল। তেওঁৰ জেৰীয়া-গাঁথিপূৰ্ণ কথা আৰু কাৰ্য্য এনে পৰস্পৰ বিৰোধী যে অতি অনুসন্ধিৎসু অন্বেষণ-কাৰীয়েও তেওঁৰ আন্তৰিক ভাৱ চিন্তাৰ সচাৰ-কাঠি বিচাৰি নাপায়"।

এইটো হল আকবৰৰ চৰিত্ৰ সম্পৰ্কে এটা মত। এই মতানুসাৰে বাহ্যিক সৰল কিন্তু ভিতৰি নিজৰ উদ্দেশ্য গোপন কৰি ৰাখিব জনা চতুৰ, ধূৰ্ত্ত আৰু আত্মস্বাৰ্থত ৰত আকবৰৰ এটি আলেখ্য আমাৰ আগত ভাহি উঠে। এই মত গ্ৰহণ কৰিলে আকবৰৰ বহুতো কাৰ্য্যৰ ব্যাখ্যা অৱশ্যে সহজ হৈ পৰে। তেওঁ শত্ৰু আৰু বিশ্বাসঘাতকক প্ৰদৰ্শন কৰা অযাচিত দয়া আৰু কৰুণাক (যি দয়া সমসাময়িক সকলৰ মনত অসাধাৰণ বোধ হৈছিল) আমি ওপৰুক্ত কুটনীতিৰ

কালৰপৰা সহজে ব্যাখ্যা কৰিব পাৰোঁ। মহৎ উদ্দেশ্যৰ দ্বাৰা অনুপ্রাণিত হৈ তেওঁ দাঁতিকাষৰীয়া ৰাজ্যৰ ওপৰত আক্রমণ চলাইছিল বুলি কোনো কোনোৱে অভিমত দাঙি ধৰে, কিন্তু তাৰ বিপৰীতে এইটোও কোৱা হয় যে পুখুৰীত ডাঙৰ মাছে সৰু মাছক খাই উদৰপূৰণ কৰাৰ নীতিহে আকবৰে অনুসৰণ কৰিছিল। দৰাচলতে আকবৰৰ চৰিত্র বৰ জটিল আছিল ; সহজ আৰু সৰল চৰিত্রৰ লোক তেওঁ নাছিল। অৱস্থা আৰু ঘটনাৰ মেৰপাকত পৰি সেই জটিলতা ক্রমে বৃদ্ধি পাইছিল। অলপ ওচৰ চাপি তেওঁক বুজিবলৈ চেষ্টা কৰা যাওক।

ধৰ্ম্মালোচনা আৰু বিতৰ্কৰ যোগেদি জেচুইট মিচনেৰি কেইজন আকবৰৰ সান্নিধ্য আৰু সংস্পৰ্শলৈ আহিছিল। আকবৰে স্বেচ্ছাই তেওঁলোকক নিমন্ত্রণ কৰি আনিছিল আৰু তেওঁলোকেও আকবৰক ধৰ্ম্মান্তৰ কৰিবলৈ আশা কৰিছিল। কিন্তু আকবৰে সেই বিষয়ত ধৰা নিদি শেষ মুহূৰ্ত্তত বাগি দি বা পুলুকা মাৰি থকা কাৰণে জেচুইট সকলৰ তেওঁৰ প্ৰতি বিতৃষ্ণা আৰু ক্রোধৰ ভাৱ প্ৰকাশ পোৱাটো স্বাভাৱিক ; বাৰ্টোলিৰ ওপৰত উদ্ধৃত কৰি অহা আকবৰ সম্পৰ্কে বিতৃষ্ণাপূৰ্ণ উক্তিত আমি আচৰিত হবলগীয়া একো নাই। কিন্তু যেতিয়া ধৰ্ম্মনিৰপেক্ষ দৃষ্টি ভঙ্গীৰে তেওঁলোকে আকবৰৰ প্ৰতি দৃষ্টি কৰিছে নাইবা অনা-ধৰ্ম্মীয় বিষয়বস্তুৰ ভেটিত আকবৰৰ কাৰ্য্য আৰু ব্যৱহাৰ আলোচনা কৰিছে তেতিয়া আমি তেওঁলোকৰ অভিমতত এটা বেলেগ সুৰ ধ্বনিত হোৱা দেখা পাওঁ। “স্বভাৱতে সম্রাট সৰল আৰু পোনপটীয়া আছিল”—এয়ে আছিল জেচুইট মনছেৰেটৰ অভিমত। এওঁ সম্রাটৰ কাবুল অভিযানৰ সহযাত্ৰী আছিল আৰু ওখ সম্মান আৰু খিতাপেৰে অলঙ্কৃত কৰা এজন উচ্চ বিষয়াৰ বিশ্বাসঘাতকতা ধৰা পেলোৱাৰ পাছত সম্রাটে যেনে ব্যৱহাৰ কৰিছিল সেই কথা উত্থাপন



কৰোঁতে মিচনেৰি জনে উক্ত অভিমত প্ৰকাশ কৰিছিল। পাৰুশ্চি ( Peruschi ) নামৰ আন এজনৰ মতে “সম্রাট স্বাভাবিকতে দয়ালু, নম্র আৰু মৰমিয়াল” আছিল। তেওঁ “সকলোৰে প্ৰতি ন্যায়পৰায়ণ” আছিল বুলি আন এজনে কৈ গৈছে।

“স্বভাৱতেই সৰল আৰু পোনপটীয়া”—এই অভিমতকে সত্য বুলি আমি ভাবি লব পাৰো, কিন্তু ‘স্বভাৱতে’ এই শব্দটো অলপ বিশেষ অৰ্থত লব লাগিব। আকবৰৰ দৰে কৰ্ম্মবহুল জীৱন অতিবাহিত কৰি আৰু তেওঁৰ দৰে অসামান্য কৃতিত্ব লাভ কৰি সৰল আৰু পোনপটীয়া স্বভাৱ সকলো সময়তে অক্ষুণ্ণ ৰখাতো এক প্ৰকাৰ আচৰিত ব্যাপাৰ বুলি ধৰিব লাগিব। ল’ৰাকালৰ পৰাই বিশ্বাস-ঘাতকতা, ঈৰ্ষা আৰু ষড়যন্ত্ৰদ্বাৰা আবৃত হৈ সততে তেওঁ বিপদৰ সন্মুখীন হৈছিল। এনে লোক কমেই আছিল যাক তেওঁ একান্তভাৱে বিশ্বাস কৰিব পাৰিছিল। গতিকে আত্মৰক্ষাৰ্থে বাহ্যিক মুখা এটা পৰিধান কৰি নিজৰ আন্তৰিক ভাব চিন্তা তেওঁ গোপন কৰি ৰাখিব লগাত পৰিছিল। আচৰিত কথা এইটোৱেই যে আত্মৰক্ষাৰ্থে সন্দেহ আৰু ছলনাৰ বৰ্ম্ম পৰিধান নকৰি এবাৰ বিশ্বাসঘাতকতা কৰা মানুহকো তেওঁ চৰিত্ৰৰ শুধৰণি হব বুলি আশা কৰি পুনৰ বিশ্বাস কৰিছিল। “বিশ্বাসঘাতকৰ অসৎ চৰিত্ৰৰ মাজতো অকণমান সজ গুণ থাকিব পাৰে”—এইদৰে তেওঁ এবাৰ নিজেই কৈছিল ; সেই কাৰণেই সজ গুণকণৰ অভ্যুত্থানৰ আশা কৰি তেওঁ বিশ্বাসঘাতকতো পুনৰ আস্থা স্থাপন কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু কথা হৈছে, তেওঁক জানো আনে বিশ্বাস কৰিব পাৰিছিল ? বোধকৰো নোৱাৰিছিল, বিশেষকৈ যেতিয়া তেওঁ উচ্চাকাঙ্ক্ষাৰ বশবৰ্ত্তী হৈছিল, নাইবা যেতিয়া ডাঙৰ পৰিকল্পনা কাৰ্য্যকৰী কৰাৰ জ্বলন্ত সমস্যা উদ্ভৱ হৈছিল। পৰৱৰ্ত্তী বৰ্ণনাৰ

যথাস্থানত আমি দেখিবলৈ পাম যে এনে কিছুমান ঘটনা আছে যিবোৰত সংশ্লিষ্ট থকা আকবৰৰ চৰিত্ৰক আমি কোনো উপায়ে শঠতা আৰু দ্বিধাহীন প্ৰবঞ্চনাৰ পৰা মুক্ত কৰিব নোৱাৰো। তথাপি মই বিশ্বাস কৰো যে তেওঁৰ চৰিত্ৰ মূলতঃ আন্তৰিকতা আৰু সততাযুক্ত আছিল। বিডলুফ একুৱাভিভাৰ দৰে স্বচ্ছ চৰিত্ৰৰ ব্যক্তিৰ প্ৰতি তেওঁৰ স্বাভাৱিক আকৰ্ষণে তেওঁৰ চৰিত্ৰৰ মূলগত আন্তৰিকতা আৰু সততাৰ পৰিচয় দিয়ে।

অবিশ্বাসী অনুচৰৰ দ্বাৰা সঘনে প্ৰতাৰিত হোৱা স্বেচ্ছাচাৰী সম্ৰাট এজনৰ চৰিত্ৰত "স্বভাৱতে দয়ালু আৰু মৰমিয়াল" গুণ দুটাৰ প্ৰকাশ সঁচাকৈয়ে বৰ চমকপ্ৰদ আৰু এই কাৰণেই তেওঁৰ ওপৰুক্ত চাৰিত্ৰিক বৈশিষ্ট্যৰ দ্বাৰা সকলো অভিভূত হৈছিল। তথাপি এইটো কব লাগিব যে সময় বিশেষে তেওঁ খণ্ডত ভয়ানক নিষ্ঠুৰ হৈ পৰিছিল। সেই নিষ্ঠুৰতা যুগৰ প্ৰভাৱ বা ফল বুলি ঐতিহাসিকসকলে তেওঁৰ উক্ত দোষ মৰ্ষণ কৰিবলৈ চেষ্টা চলাই আহিছে। কিন্তু এই কথাও মনত ৰাখিব লাগিব যে যুগৰ মানদণ্ড চেৰাই আগবাঢ়ি যাব পৰা শক্তিৰ ওপৰতহে ব্যক্তিৰ মহত্ব প্ৰকাশ পায়। সমসাময়িক অৰ্থাৎ ষোড়শ শতাব্দীৰ ইউৰোপ নাইবা বিংশ শতাব্দীৰ বৰ্ত্তমান ইউৰোপৰ বহুতো শাসকতকৈ আকবৰৰ নিষ্ঠুৰতা তুলনামূলকভাৱে কম আছিল বুলিয়েই এই বিষয়ত উচ্চতা বা শ্ৰেষ্ঠতা তেওঁ দাবী কৰিব নোৱাৰে। উদাৰ আৰু ক্ষমাশীল মনোভাৱ যি আকবৰৰ কাৰ্য্যত প্ৰকাশ হৈছিল সেই আকবৰেই কৰা কিছুমান নিষ্ঠুৰতাই আমাৰ অন্তৰত আঘাত নকৰাকৈ নাথাকে; আনৰ ক্ষেত্ৰত অৱশ্যে তেনে নিষ্ঠুৰতা আমি সহজভাৱেই গ্ৰহণ কৰি লব পাৰোঁ। আকবৰে এবাৰ কৈছিল—"ক্ষমাশীলতাই ৰজা আৰু ৰাজপুৰুষৰ মহৎ গুণ।" জেঙ্গিছখাঁ আৰু টাইমুৰ লেনৰ দৰে পৃথিৱীৰ



নিষ্ঠুৰতম দুজন বিজয়ী বীৰৰ ৰক্ত যাৰ ধমনিত প্ৰৱাহিত হৈছিল সেইজনৰ চৰিত্ৰত দয়া আৰু মানৱতাবোধৰ অভিব্যক্তি দৰাচলতে আশ্চৰ্য্যজনক। ৱিন্‌চেণ্ট স্মিথৰ মতে আকবৰে আগ জীৱনত প্ৰদৰ্শন কৰা দয়া বা কৰুণা ৰাজনৈতিক চাল মাত্ৰ; তেওঁ যদি সেই সময়ত শক্তিমান হলহেঁতেন তেন্তে ক্ষমা বা দয়া প্ৰদৰ্শনৰ পৰিবৰ্ত্তে দণ্ড বিধান কৰিলেহেঁতেন। কিন্তু প্ৰকৃত কাৰণ কোনে কব পাৰিব? হয়তো তেনে কাৰ্য্যত বিভিন্ন উদ্দেশ্য বা কাৰণ মিহলি হৈ আছিল। যদি তেওঁ সঁচাকৈয়ে ক্ষমাশীলতাকে অধিক যুক্তিযুক্ত আৰু উদাৰ নীতি বুলি বিবেচনা কৰিছিল তেন্তে আমি তেওঁৰ চতুৰালিক দোষাৰোপ নকৰি বৰং তেওঁৰ বুদ্ধিক প্ৰশংসাহে কৰা উচিত।

সি যি কি নহওক, জুলিয়াচ চিজাৰৰ দৰেই আকবৰো দয়ানীতিৰ কাৰণে প্ৰখ্যাত। চিজাৰৰ দৰে তেৰোঁ মৃগী ৰোগত ভুগিছিল নেকি? ভাৰতীয় ঐতিহাসিকসকলে নাইবা তেওঁৰ ৰাজসভাত থকা আৰু তেওঁক ভালকৈ চিনি পোৱা জেচুইট ধৰ্মপ্ৰচাৰক মনছেৰেট এই বিষয়ত সম্পূৰ্ণ নীৰৱ। জেচুইট প্ৰচাৰকৰ টোকা আৰু নথি-পত্ৰৰ পৰা সংগৃহীত ডু-জেৰিকৰ বিৱৰণত প্ৰাসঙ্গিকভাৱে আকবৰৰ মূৰ্চ্চাৰোগৰ কথা উল্লেখ আছে, কিন্তু সেই উল্লেখৰ প্ৰামাণিক ভিত্তি কি সেই বিষয়ে জনোৱা নাই। উক্ত ৰোগৰ আনুষঙ্গিকস্বৰূপ বিষাদপ্ৰৱণতা আঁতৰ কৰি ৰাখিবৰ কাৰণেই আকবৰে খেল-ধেমালী আৰু আমোদ-প্ৰমোদত যোগ দিছিল বুলি জেচুইটসকলে হয়তো যি অনুমান কৰিছিল সেই অনুমান ভিত্তিহীন। কিন্তু মূৰ্চ্চাৰোগ তেওঁৰ থকাটো একো অসম্ভৱ নহয়, কাৰণ তেওঁৰ দ্বিতীয় পুতেক মুৰাদে উক্ত বেমাৰত ভুগিছিল।

'সকলোৰে প্ৰতি সমান ন্যায়দৃষ্টি'—এই গুণটোৱেই বিজিত

ৰাজ্যৰ লোকসকলৰ মনত তেওঁৰ শাসনৰ প্ৰতি অনুকূল মনোভাৱ সৃষ্টি কৰিছিল। তেওঁৰ চৰিত্ৰত 'ন্যায়বোধ' এটি মৌলিক গুণ আছিল। এই ন্যায়পৰায়ণতা আইন বা বিধিলব্ধ জ্ঞানৰ ফলত উদ্ভৱ হোৱা নাছিল, বৰং তেওঁৰ উক্ত গুণ অদূষিত বিশুদ্ধ মনৰ অভিব্যক্তি। এই অদূষিত মনৰ প্ৰকাশ তেওঁৰ জীৱনৰ সকলো অভিজ্ঞতাৰ মাজেদি ফুটি উঠা দেখা পাওঁ। দেখাত অৱশ্যে 'নিৰ্দোষ মন' এই বাক্যাংশৰ প্ৰয়োগ অলপ আচৰিত যেনেই লাগিব। নিৰ্দোষ বা অকলুষিত মনৰ দ্বাৰা মই মনৰ সেই সহজাত বলিষ্ঠ সবলতাকে বুজাব খুজিছোঁ যাক পাৰিপাৰ্শ্বিক অৱস্থা, শিক্ষা-দীক্ষাৰ প্ৰভাৱ, নাইবা অতীতৰ পৰা উত্তৰাধিকাৰীসূত্ৰে লাভ কৰা অনিষ্টজনক ধাৰণা বা সংস্কাৰৰ কলীয়া ডাৱৰে আবৃত কৰিব নোৱাৰে। কিন্তু সাধাৰণতে অজানিত ভাৱেই মানুহৰ মনে ওপৰুক্ত প্ৰভাৱৰ গুৰিত আত্মসমৰ্পণ কৰে। মুছলমান শাসকসকলে কেবা শতাব্দী জুৰি হিন্দুবিলাকৰ ওপৰত বিভিন্ন ধৰণৰ বোজা জাপি দিছিল, আৰু হিন্দুবিলাকেও এই বোজাবোৰ তেওঁলোকৰ স্বাভাৱিক প্ৰাপ্য বুলি মানি লৈছিল। প্ৰত্যক্ষদৰ্শী আকবৰৰ দৃষ্টিত এইবোৰ অন্যায় যেন বোধ হৈছিল। বয়সত কোমল হলেও ৰাজপদ গ্ৰহণ কৰিয়ে আকবৰে সকলো বাধা অগ্ৰাহ্য কৰি আৰু পূৰ্ব্বৰ শাসকসকলৰ দ্বাৰা সৃষ্ট অনিষ্টকাৰী ঐতিহ্যৰ বিৰুদ্ধে হিন্দুৰ ওপৰত থকা অন্যায় বোজাবোৰ উঠাই দিয়ে। আকৌ আমি দেখা পাওঁ যে ৰক্ষণশীল দলৰ ভয়াবহ প্ৰতিকূল আচৰণ আওকাণ কৰি তেওঁ জেচুট্ প্ৰচাৰকৰ ওচৰত ধৰ্ম্ম গ্ৰহণৰ প্ৰস্তাৱ দাঙি ধৰিছিল আৰু খৃষ্টীয়ান ধৰ্ম্ম লবৰ উপক্ৰমো কৰিছিল। কিন্তু শেষ মুহূৰ্ত্তত তেওঁ বিৰত হ'ল কিয়? কোনো এটা বিষয়ত বহুতদূৰ আগবাঢ়ি যোৱাৰ পাছত সক লৰাৰ আকোঁৰ-গজা মনোভাৱেৰে পুনৰ তেওঁ পূৰ্ব্বাৱস্থালৈ উভতি যায়।



প্ৰত্যেক ধৰ্ম্ম আৰু সম্প্ৰদায়ৰ প্ৰচাৰকে নিজৰ ধৰ্ম্মক সত্য আৰু আন ধৰ্ম্মক অসত্য বুলি ঘোষণা কৰে। তেনেহলে এজনৰ ধৰ্ম্মহে সত্য, বাকীবোৰ অসত্য এই কথা তেওঁ কেনেকৈ বিশ্বাস কৰে? আকবৰে অন্ধ গোড়ামিক প্ৰশ্ৰয় নিদিছিল আৰু তাৰ পৰা আঁতৰত আছিল। কিন্তু সেই বুলি বিভিন্ন ধৰ্ম্মতত্ত্বৰ প্ৰতি উদাসীনো নাছিল। কৰ্ম্মঠ, জীৱনপ্ৰেমী, দৈহিক শক্তিত আস্থাশীল আৰু আত্মবিশ্বাসৰ দৃঢ় পদক্ষেপেৰে জগতত বিচৰণশীল এই পুৰুষজনৰ বাহ্যিক পুৰুষকাৰৰ অন্তৰালত গোপন হৈ আছিল এখন বিষাদপ্ৰৱণ, আত্মসন্দেহশীল আৰু জ্ঞানপিপাসু অন্তৰ। লৰাকালৰ পৰাই মাজে সময়ে আধ্যাত্মিক আৱেশত তন্ময় হৈ ঐশ্বৰিক সত্তাৰ উপস্থিতি তেওঁ অনুভৱ কৰিছিল। যেতিয়া মানুহক চিনিব পৰা শক্তি ৰহিত হৈ বাক্‌হীন অৱস্থাত মৃত্যু শয্যাত তেওঁ পৰি আছিল, যেতিয়া মোল্লাসকলে তেওঁৰ আত্মাক পৰলোকৰ যাত্ৰাপথ নিৰ্দ্দেশ কৰিবলৈ বেৰি ধৰিছিল তেতিয়াও অস্পষ্ট ভাষাত আকবৰে মোকমোকাই উঠা আৰু ঈশ্বৰৰ নাম মুখত আনিবলৈ চেষ্টা কৰা দেখা গৈছিল। আকবৰৰ তেনে ধৰ্ম্মপ্ৰৱণতা লক্ষ্য কৰিয়েই জেচুট্ ধৰ্ম্মপ্ৰচাৰকসকলে তেওঁক সম্পূৰ্ণৰূপে ধৰ্ম্মত অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা কৰিও বিফল হৈ তেওঁৰ বিৰুদ্ধে অভিযোগ আনিছিল যে তেওঁ ধৰ্ম্মযাজকসকলক ( কেইজনক ) মিছাই প্ৰলোভিত কৰি আৰু অযথা কষ্ট দি শেষত কুটকৌশলেৰে পুলুকা মাৰিছিল। কিন্তু দৰাচলতে জেচুট্‌সকলক নিৰাশ কৰাৰ কাৰণ অন্য এটাহে। কোনো বাহ্যিক অনুশাসনৰ ওচৰত আত্মসমৰ্পণ নকৰা তেওঁৰ সবল বিচাৰধাৰাই ধৰ্ম্মান্তৰৰ সবল যুক্তি বিচাৰি নাপাই ব্যৰ্থকাম হৈ জেচুট্‌সকলক নিৰাশ কৰিছিল। আকবৰৰ চৰিত্ৰৰ ত্ৰুটি আৰু দুৰ্ব্বলতায়ো আকৰ্ষণ নকৰাকৈ নাথাকে। এই দোষ-ত্ৰুটিসমূহ সাধাৰণ বা নগণ্য বুলি

কৰ নোৱাৰি, কিন্তু তথাপি এই মানবীয় দুৰ্ব্বলতায়ো তেওঁৰ মহত্বত বৰঙণি যোগাইছে। সকলোৰে উপৰি এই কথা স্পষ্টভাৱে ওলায় যে তেওঁ মানৱ আছিল, অতি মানৱ নহয়। মানবীয় গুণদোষ তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য।

## ২

আকবৰ চৰিত্ৰই উত্তৰাধিকাৰীসূত্ৰে বা বংশপৰম্পৰাগতভাৱে কি লাভ কৰিছিল বা কোন পটভূমিত তেওঁৰ মনটোৱে স্বকীয় ৰূপ পৰিগ্ৰহ কৰিছিল? এই প্ৰশ্নৰ উত্তৰ পাবলৈ হলে আমাৰ তেজৰ লগত মিহলি হৈ থকা চিৰপৰিচিত আৰু চিৰাচৰিত ইউৰোপৰ সাংস্কৃতিক ঐতিহ্যৰ কথা খন্তেকৰ কাৰণে আমি পাহৰি পেলাব লাগিব। গ্ৰীচৰ কলা, সাহিত্য আৰু দৰ্শন, ৰোমান সাম্ৰাজ্যৰ স্মৃতি, আইন-কানুন আৰু ৰোমানসকলে নিৰ্ম্মাণ কৰা ডাঙৰ ডাঙৰ ৰাজপথ-বোৰ আৰু মধ্যযুগীয় সংস্কৃতিৰ পৰা লাভ কৰা জটিল আৰু অঁহীয়া প্ৰভাৱবোৰৰ কথাও আমি সাময়িকভাৱে পাহৰি পেলাব লাগিব। ইউৰোপীয় সংস্কৃতিক মনৰ পৰা আঁতৰাই তাৰ ঠাইত বহুবাৰ লাগিব মধ্য প্ৰাচ্যৰ ইচলামীয় সংস্কৃতিক। অৱশ্যে উক্ত ইচলামীয় সংস্কৃতিক সম্পূৰ্ণৰূপে পাশ্চাত্য সংস্কৃতিৰ পৰা পৃথক কৰিব নোৱাৰি, কিয়নো খৃষ্টিয়ান আৰু ইহুদী ধৰ্ম্মই আৰু গ্ৰীচৰ দৰ্শনে ইচলাম ধৰ্ম্মত যথেষ্ট অৰিহণা যোগায়। কিন্তু কলা আৰু সাহিত্যৰ ক্ষেত্ৰত ইচলামে পাশ্চাত্যৰ ফালে নাচাই ইৰানৰ সাহিত্য, স্থাপত্য, চিত্ৰবিদ্যাৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল। এই ইৰানীয় কলা আৰু শিল্পৰ অন্তৰালত ইউৰোপত গ্ৰীক সভ্যতাৰ প্ৰভাৱৰ দৰেই, চৈনিক প্ৰভাৱ পৰিলক্ষিত হয়। আকবৰে ভাৰতবৰ্ষলৈ ইচলামীয় সংস্কৃতিৰ মাৰফত উক্ত ইৰানীয় কলা আৰু সংস্কৃতি বহন কৰি আনে। তেওঁৰ ধমনীত মঙ্গোলীয়, ইৰানীয় আৰু তুৰ্কী ৰক্তৰ ধাৰা একেধাৰে প্ৰৱাহিত হৈছিল। পিতৃ-কুলেদি তেওঁ টাইমুৰৰ পৰা সপ্তম পুৰুষ আছিল আৰু বাবৰৰ মাক অৰ্থাৎ তেওঁৰ আজো বুঢ়ীমাক আছিল জেঙ্গিজখাঁৰ বংশৰ জিয়াৰী।

জগদ্বিজয়ী এই বিৰাট বীৰপুৰুষ দুজনে ( টাইমুৰ আৰু জেঙ্গিজখাঁ ) এছিয়াৰ ঐতিহাসিক পটত এসময়ত একাধিপত্যতা লাভ কৰিছিল। তেওঁলোকতকৈ পূৰ্ব্বৰ বা পাছৰ কোনো বীৰৰে বিজয় অভিযান তেওঁলোকে জয় কৰা দেশৰ সমান সুদূৰপ্ৰসাৰী নাছিল যদিও আজি আমাৰ দৃষ্টিত তেওঁলোকৰ বিজয় অভিযান মূল্যহীন আৰু নিৰৰ্থক। তেওঁলোকৰ ক্ৰোধানলৰ বিভীষিকাৰ কাহিনীয়ে, ধ্বংসস্তূপত পৰিণত হোৱা নগৰবোৰে, হত্যাকাণ্ডৰ লোমহৰ্ষক চিঞৰ-বাখৰে আৰু পাছফালে এৰি যোৱা মৃত্যুনীৰৱ গভীৰতাই আমাৰ মনঃচক্ষুৰ সন্মুখত এটি ভয়াবহ স্বপ্নৰ সাময়িক আতঙ্কৰ চিত্ৰ অঙ্কিত কৰে। সময়ৰ যিমান দূৰত্বত অৱস্থিত হৈ আমি টাইমুৰ আৰু জেঙ্গিজখাঁৰ জয়যাত্ৰাক নিৰীক্ষণ কৰিছোঁ, সেই একে দূৰত্বত থিয় হৈ নিৰীক্ষণ কৰিলে নেপোলিয়নৰ ক্ষণস্থায়ী বিজয় অভিযান অসাৰ্থক বা মূল্যহীন যেন নালাগিব নে? ধ্বংসৰ প্ৰতি অস্বাভাৱিক লালসা থকা স্বত্বেও টাইমুৰ আৰু জেঙ্গিজখাঁ অসভ্য নাছিল। কোনো নগৰ বা দেশ ধ্বংস কৰোঁতে টাইমুৰে শিল্পী আৰু কলাকাৰসকলক সদাই ৰক্ষা কৰিছিল। তেওঁলোক দুয়োজন অসাধাৰণ সামৰ্থ্যৰ লোক আছিল আৰু সৈন্যবোৰক কঠিন নিয়মানুবৰ্ত্তিতাৰ দ্বাৰা শাসনত ৰাখিছিল। তেওঁলোকৰ যুদ্ধৰীতি আৰু কৌশল আকবৰৰ চানেকি আছিল। টাইমুৰ জেঙ্গিজখাঁৰ ৰণনীতিৰ পৰম্পৰা সম্পূৰ্ণৰূপে পৰিহাৰ কৰিব নোৱাৰা কাৰণেই কিছুমান অমানুষিক ৰীতি বা নিয়ম তেৰোঁ যুদ্ধক্ষেত্ৰত মনা দেখা যায়। তত্ৰাচ আকবৰৰ বিজয় অভিযান ওপৰত উল্লেখ কৰি অহা পূৰ্ব্বপুৰুষ দুজনৰপৰা পৃথক আছিল। হিন্দুস্থান জয় কৰি তেওঁ সম্পূৰ্ণৰূপেই হিন্দুস্থানী হবলৈ মনস্থ কৰিছিল। যি ভাৰতবৰ্ষৰ অজ্ঞাত ৰহস্যময় আকৰ্ষণে তেওঁক সঘনে টানিছিল সেই ভাৰতৰ



সুখদুখৰ লগত সম্পূৰ্ণৰূপে নিজক মিলাই দিবলৈ তেওঁ যত্ন কৰিছিল।

ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ সম্ৰাট অশোকৰ কথা আকবৰে কেতিয়াবা শুনিছিল নে নাই মই কব নোৱাৰোঁ। পাশ্চাত্য পণ্ডিতসকলৰ চেষ্টাত আজিকালি যেনেকৈ অশোকৰ মহৎ উদ্দেশ্য, কীৰ্ত্তি আৰু কাৰ্য্যাৱলীৰ বিষয়ে জনা যায় তেনেকৈ যদি আকবৰে শুনিবলৈ বা জানিবলৈ পালেহেঁতেন তেনেহলে কিমান উৎসাহ পূৰ্ব্বক তেওঁ অশোকৰ শাসন পদ্ধতি আৰু জীৱনী অনুধাৱন কৰিলেহেতেন! অশোকৰ সাম্ৰাজ্য আকবৰৰ সাম্ৰাজ্যতকৈ বহুগুণে ডাঙৰ আছিল, কাৰণ সমস্ত ভাৰতবৰ্ষ, নেপাল আৰু কাশ্মীৰ তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল।

মহাবীৰ আলেক্‌জেণ্ডাৰে সাময়িকভাৱে জয় কৰা ভাৰতীয় এলেকাৰ ওপৰত পুনৰ কৰ্ত্তৃত্ব স্থাপন কৰি ৰাজ্য বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰা বেবিলনৰ গ্ৰীক শাসনকৰ্ত্তা ( ছত্ৰপ ) চেলিউকচৰ প্ৰচেষ্টাত সফল বাধা প্ৰদানকৰোঁতা চন্দ্ৰগুপ্ত মৌৰ্য্যৰ অশোক পৌত্ৰ আছিল। চন্দ্ৰগুপ্তই সুস্থিৰ আৰু দৃঢ় শাসনৰ দ্বাৰা উত্তৰ ভাৰতত এখন স্থায়ী ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। এনে এখন সুপ্ৰতিষ্ঠিত ৰাজ্যৰ সিংহাসনত অশোক অধিষ্ঠিত হৈছিল আৰু সেই কাৰণেই ৰাজ্যৰ নিৰাপত্তাৰ কাৰণে অশোকে যুদ্ধ কৰিব লগা নহৈছিল। অৱশ্যে দাঁতিকাষৰীয়া দুই এখন ৰাজ্য তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলগীয়া আছিল। ৰাজত্বৰ ত্ৰয়োদশ বছৰত, সম্ভৱতঃ খৃঃ পূৰ্ব্ব ২৬১ চনত, অশোকে বঙ্গোপসাগৰৰ কাষৰীয়া কলিঙ্গ দেশ জয় কৰি নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। এই কলিঙ্গ বিজয়ে তেওঁৰ গোটেই জীৱনৰ সোঁত আনকালে প্ৰৱাহিত কৰি গভীৰ পৰিবৰ্ত্তন আনি দিয়ে।

জুলিয়াচ চিজাৰ আহিছিল, তেওঁ দেখা পাইছিল আৰু শেষত জয়

কৰিছিল। কিন্তু অশোকে প্ৰথমতে জয় কৰিছিল, পাছতহে দেখা পাইছিল। যুদ্ধ আৰু বিজয় কি বস্তু তেওঁ উপলব্ধি কৰিছিল। তেওঁৰ কাৰণে বা তেওঁক উপলক্ষ্য কৰি এক লাখ নিহত আৰু পঞ্চাশ হেজাৰৰো অধিক সৈন্য বন্দী হৈছিল। ততোধিক সৈন্য আহত হৈছিল। এনে নৃশংস কাৰ্য্যত তেওঁ অতিশয় অনুতপ্ত হৈছিল আৰু তেতিয়াৰ পৰাই তেওঁৰ নতুন জীৱন আৰম্ভ হ'ল। তেওঁ পৃথিবী জয় কৰিবলৈ সঙ্কল্প ললে; কিন্তু সেই জয় অস্ত্ৰশস্ত্ৰৰ নহয়, পৱিত্ৰ ধৰ্ম্মৰ জয়। সেই বিজয় অভিযান আছিল পৰিপূৰ্ণ আনন্দৰ। সকলো প্ৰাণীয়ে যাতে নিৰাপত্তা, আত্মসংযম, শান্তি আৰু আনন্দত থাকিব পাৰে তাকে সম্ৰাটে বাঞ্ছা কৰিছিল।

বুদ্ধদেৱৰ প্ৰদৰ্শিত মাৰ্গকে অশোকে গ্ৰহণ কৰিলে। কলিঙ্গ অভিযানৰ পাছতেই তেওঁ বৌদ্ধ-উপাসক হল আৰু তাৰ অলপ দিনৰ পাছতে বৌদ্ধ সন্যাস বা ভিক্ষুত্ব অৱলম্বন কৰিলে।

মানৱ জাতিৰ ইতিহাসত অশোকৰ বৌদ্ধ ধৰ্ম্ম গ্ৰহণ এটি স্মৰণীয় ঘটনা। সেই পৰ্য্যন্ত অখ্যাত হৈ থকা বৌদ্ধ ধৰ্ম্মই বিশ্ব ধৰ্ম্মত পৰিণত হোৱাৰ পথত এয়ে প্ৰথম পদক্ষেপ। অশোকে চল্লিশ বছৰ ৰাজত্ব কৰিছিল, এই দীৰ্ঘ কালছোৱাত ধৰ্ম্মপ্ৰচাৰৰ উৎসাহ কোনো প্ৰকাৰে তেওঁ শিথিল হবলৈ নিদিছিল। তেওঁৰ বিশাল ৰাজ্যৰ চাৰিদিশে প্ৰজাসমূহে আচৰণীয় ধৰ্ম্মানুশাসনবোৰ প্ৰস্তৰত খোদিত কৰি দিছিল আৰু য'ত প্ৰস্তৰ নাই তেনে ঠাইত শিলৰ খুটিত সেই অনুশাসনবোৰ লেখি দিছিল। কেৱল প্ৰজাসকলৰ মাজতে বৌদ্ধ বাণীসমূহ প্ৰচাৰ কৰিয়ে তেওঁ ক্ষান্ত নাছিল, চিৰিয়া, মিচৰ, আফ্ৰিকা, মেচিডনিয়া আৰু এপিৰাচ আদি ঠাইলৈ প্ৰচাৰক পঠাই বৌদ্ধ ধৰ্ম্মৰ বাণী তেওঁ প্ৰচাৰ কৰিছিল।



বৌদ্ধ ভিক্ষু হলেও আন সন্যাসীৰ দৰে অশোক একান্তবাসী নাছিল। তেওঁ অতিশয় কৰ্ম্মব্যস্ত আছিল আৰু আনকো কৰ্ম্মপ্ৰেৰণা দিছিল। "সৰু-বৰ সকলোৱে কৰ্ম্মত প্ৰবৃত্ত হওক"—ইয়াকে তেওঁ ঘোষণা কৰিছিল। সকলো মানৱৰ কল্যাণ কেনেকৈ হয় এয়ে অহৰহ তেওঁৰ চিন্তা আছিল। পিতামাতাৰ প্ৰতি সন্তানৰ কৰ্ত্তব্য, সত্যবাদিতা, সকলো ধৰ্ম্মবিশ্বাসৰ প্ৰতি উদাৰসহনশীল মনোভাৱ, আৰু 'যত জীৱ তত শিৱ' দৃষ্টি প্ৰজাসকলৰ মাজত সৃষ্টি কৰিবলৈ চেষ্টা কৰাৰ উপৰিও ৰাজ্যশাসনৰ সকলো খুটি-নাতিলৈ তেওঁ চকু দিছিল। উতপ্ত বালিময় বাটৰ কাষত ফলদায়ক বৃক্ষৰোপণ, পানীয় জলৰ কাৰণে কূপ খনন, বাটৰুৱাৰ কাৰণে চৰাইখানা, ৰোগীৰ কাৰণে চিকিৎসালয় নিৰ্ম্মাণ আৰু চিকিৎসাৰ প্ৰয়োজনীয় গছ-লতিকা ৰোপন আদি কাৰ্য্যলৈকো চকু ৰাখিছিল।

জগতৰ প্ৰসিদ্ধ আৰু মহৎ শাসক সকলৰ ভিতৰত অদ্বিতীয় এনে এজন ৰজাই আকবৰৰপৰা নিশ্চয় সহানুভূতি আৰু প্ৰশংসা আদায় কৰিলেহেঁতেন; অৱশ্যে অশোকৰ দৰে যুদ্ধ পৰিহাৰ কৰা আকবৰৰ পক্ষে কঠিন হলহেঁতেন। আন সকলো কাৰ্য্যতকৈ অশোকৰ ধৰ্ম্ম বিষয়ক উদাৰ সহনশীল মনোভাৱে আকবৰৰ দৃষ্টি অধিক আকৰ্ষণ কৰিলেহেঁতন। অশোকৰ সহনশীলতা ৰোমান শাসকবৰ্গৰ দৰে ধৰ্ম্মবিশ্বাসৰ প্ৰতি উদাসীন সহনশীলতা নহয়, বা কৌশলযুক্ত সহনশীলতাও নহয়। অশোকৰ সহনশীলতাও আকবৰৰ দৰেই আন্তৰিকতাপূৰ্ণ; সকলো ধৰ্ম্মমাৰ্গৰ প্ৰতি শ্ৰদ্ধাশীল মনোভাৱৰ পৰা উদ্ভূত। এইটো অৱশ্যে সঁচা যে আকবৰৰ ৰাজ্য শাসনৰ পথ যিমান বিপদসঙ্কুল আৰু সমস্যা বহুল আছিল অশোকৰ সিমান নাছিল। অশোকৰ দিনত ভাৰতৰ বিভিন্ন ধৰ্ম্ম পন্থৰ মাজত ভালেখিনি মিল আৰু

সাদৃশ্য আছিল। সেই দিনত ইচলাম বা খৃষ্টিয়ান ধৰ্ম্মৰ দৰে আক্ৰমণাত্মক ধৰ্ম্ম-মাৰ্গ নাছিল। তদুপৰি, পূৰ্ব্বপুৰুষসকলে সাফল্যপূৰ্ণ যুদ্ধৰ দ্বাৰা সাম্ৰাজ্য স্থাপন কৰি যোৱাত তেওঁৰ পক্ষে যুদ্ধ পৰিহাৰ কৰা সহজ হৈ পৰিল, অৰ্থাৎ সাম্ৰাজ্য প্ৰতিষ্ঠা আৰু বৃদ্ধিৰ কাৰণে যি যুদ্ধৰ প্ৰয়োজন আছিল সেইখিনি পূৰ্ব্বপুৰুষ সকলৰ দ্বাৰাই অনুষ্ঠিত হৈছিল ; তেওঁৰ কাৰণে এৰি যোৱা নাছিল।

ইতিহাসৰ মধ্যাহ্নসূৰ্য্যৰ পোহৰত দুখন ছায়াঘন বিপৰীতধৰ্ম্মী সমাজৰ সন্ধিস্থলত আকবৰক থিয় হৈ থকা আমি দেখা পাওঁ। এহাতে মধ্য এছিয়াৰ পূৰ্ব্বপুৰুষৰ সমাজখন, যত মানৱীয় শক্তিৰ অজস্ৰ আৰু অফুৰন্ত পৰিস্ফুৰণত অধিক মূল্য আৰোপ কৰিছিল আৰু যাৰ সম্যক প্ৰকাশ ঘটিছিল বনৰীয়া জন্তুৰ চিকাৰ আৰু মানৱহত্যাৰ অত্যাধিক প্ৰীতিত। আকবৰৰ ভয়াবহ চিকাৰ অভিযানবোৰ টাইমুৰলেনৰ নৃশংস মানৱহত্যাৰ সদূৰ প্ৰতিধ্বনি যেন লাগে। ভয়াৱহ কাৰ্য্যৰ এই জগতখন এটা স্বপ্নৰ দৰে আমাৰ আগেদি পাৰ হৈ যায়। আনফালে এখন ভাৰতীয় সমাজ ; যিখনে বিলাস, বাসনা আৰু নিষ্ঠুৰতাত সমানে আমোদ লাভ কৰিছিল, যিখনে বুদ্ধ আৰু অশোকৰ দৰে মহৎপুৰুষক জন্ম দিছিল, আৰু যিখন সমাজে সদূৰ অতীতৰ পৰাই, মধ্য এছিয়াৰ বৰ্ব্বৰ বিজেতাসকলতকৈ অধিক স্পষ্ট আৰু পৰিচিত ধ্বনিত আমাক শাশ্বত বতৰা দি যায়। আকবৰ সেই দুখন সমাজৰ মধ্যবৰ্ত্তী স্থলত থিয় হৈ আমাক দেখা দিছে। সেই কাৰণেই আমি আকবৰত দেখা পাওঁ অফুৰন্ত শক্তিৰ পৰিফুৰণ, তেওঁ যেনিবা শক্তিৰ এটি প্ৰতিমূৰ্ত্তিহে। তথাপি তেওঁৰ অন্তৰখন বাহিক শক্তিৰ প্ৰকাশতকৈ চিন্তা ধ্যান আৰু আধ্যাত্মিকতাৰ প্ৰতি অধিক আকৃষ্ট হৈছিল ; ন্যায় আৰু শিষ্টতাক অন্তৰেৰে বিচাৰিছিল। কিন্তু তেওঁৰ অব্যৱহিত পূৰ্ব্বপুৰুষ কেনে আছিল ?

৩

এবাৰ কোন এটা অভিযানৰপৰা উভতি আহি আকবৰে পৰ্ত্তুগালৰ ৰজা ছেবাশ্চিয়ানে ১৫৭৮ চনত মুৰবোৰৰ বিৰুদ্ধে যুদ্ধ কৰি যুদ্ধক্ষেত্ৰত কেনেকৈ প্ৰাণ এৰিছিল তাৰ বিৱৰণ জেচুট্ মনছেৰেটৰপৰা শুনিবলৈ পাই কৈছিল-"যিবিলাকে সমুখ সমৰত ভয়াবহ হতাহতি যুদ্ধত অৱতীৰ্ণ হয় তেওঁলোকৰ বীৰত্বৰ প্ৰশংসা মই কেতিয়াও কৰিব নোৱাৰো। কিন্তু সেই বুলি যিবিলাকে যুদ্ধ ক্ষেত্ৰৰ স্থায়ী গৌৰৱ কীৰ্ত্তিলৈ পিঠি দি শৰীৰৰ নিৰপত্তাৰ ওপৰত অধিক মূল্য আৰোপ কৰে তেওঁলোকৰ কাপুৰুষালিকো মই গৰিহণা নিদি নাথাকো।"

বিপদৰ সন্মুখীন হোৱাৰ আনন্দ আৰু যুদ্ধক্ষেত্ৰত অমৰ যশস্যালাভ, এয়ে সম্ভৱ বাবৰৰ অন্তৰৰ কথা আছিল। জুন মাহৰ কোনো এটা দিনত পাৰচৰাই চাবলৈ গৈ টঙিৰপৰা পৰি অসাৱধান, খৰটকীয়া, শকত আৰু কটীয়া বাপেকৰ হঠাতে যেতিয়া মৃত্যু হল তেতিয়া বাবৰৰ আছিল এঘাৰ বছৰ। সেই দিনৰপৰা এঘাৰ বছৰীয়া বাবৰে তেওঁৰ ৰাজমুকুট, আত্মৰক্ষা আৰু আকাঙ্ক্ষাপূৰণৰ কাৰণে যুজ কৰিব লগাত পৰিছিল। প্ৰকৃততে এনে যুজ তেওঁ ভালেই পাইছিল। যি মুহূৰ্ত্তত বাপেকৰ মৃত্যু হোৱা বুলি শুনিলে সেই মুহূৰ্ত্তত তেওঁ ঘোঁৰাত উঠি বিদ্ৰোহ দমন কৰিবলৈ যাব লগা হল। তিনি ফালৰপৰাই শত্ৰুৱে ৰাজধানী আক্ৰমণ কৰিছিল। বাবৰে এই সকলো আক্ৰমণৰ সন্মুখীন হৈ বিদ্ৰোহ দমন কৰে। ইয়াৰ তিনি বছৰৰ পাছত তেওঁৰ স্বপ্নপুৰী, পূৰ্ব্বপুৰুষ টাইমুৰৰ নগৰ সমৰখণ্ড অধিকাৰ কৰে, কিন্তু এশ দিনৰ পাছত সেই নগৰ তেওঁৰ হাতৰপৰা যায়। ইয়াৰ পাছত দুবাৰো তেওঁ সেই নগৰ অলপ সময় অধিকাৰ কৰি শেষত চিৰদিনলৈ হেৰুৱালে। উজবেক শত্ৰুবিলাক

তেওঁৰ পক্ষে সাধ্যাতীত শক্তিশালী আছিল। তেওঁৰ অকণমান ফাৰঘানা ৰাজ্যখনো অলপ পাছতে হেৰুৱালে। উপৰি পুৰুষ টাইমুৰৰ ৰাজ্য সমৰখণ্ডৰ সিংহাসনত বহিবলৈ বাবৰৰ জীৱনত ডাঙৰ হাবিয়াস আছিল। সেই পোহনীয়া আশাও তেওঁ পৰিহাৰ কৰিব লগা হল, কিন্তু ৰাজ্যহাৰা হৈ মেষপালকৰ লগত পাহাৰে-পাহাৰে বগাই ফুৰোঁতে নতুন ৰাজ্য এখন প্ৰতিষ্ঠা কৰাৰ দৃঢ় সঙ্কল্প তেওঁ গ্ৰহণ কৰিছিল। ভাগ্যৰ ওপৰত তেওঁৰ অটল বিশ্বাস আছিল। গতিকে দক্ষিণ দিশৰ ৰাজ্যৰ ফালে তেওঁ দৃষ্টি নিক্ষেপ কৰিলে। সেই সময়ত কাবুলৰ ৰজাৰ মৃত্যু হোৱাত তাত একপ্ৰকাৰ অৰাজকতা বা 'মাৎস্যন্যায়' চলিছিল। সেই ৰজাজন আছিল সম্বন্ধত বাবৰৰ খুৰাক। তেওঁ কাবুল অভিমুখে যুদ্ধাভিযান চলাবলৈ স্থিৰ কৰে আৰু কাবুল অধিকাৰ কৰি ৰাজপাটত বহে। কাবুলৰ সিংহাসনত বহি ভাৰত অভিমুখী পথত আগবাঢ়িল। কাবুলৰ *গৰাকী* হোৱাৰ লগে লগেই হিন্দুস্তান জয় কৰাৰ বাসনা জাগিছিল বুলি তেওঁ আত্মবিৱৰণীত লেখি থৈ গৈছে। তাৰ বহুত দিনৰ আগতে তেওঁৰ লৰালি কালত এগৰাকী বৃদ্ধাৰ মুখৰপৰা টাইমুৰৰ ভাৰত আক্ৰমণৰ কথা শুনিছিল ; সেই আক্ৰমণৰ কথা তেওঁ কেতিয়াও পাহৰা নাছিল। টাইমুৰৰ সমৰখণ্ড ৰাজ্যৰ ৰাজপদ লাভ কৰিব নোৱাৰিলেও অন্ততঃ টাইমুৰৰ পদাঙ্ক অনুসৰণ কৰি দক্ষিণাভিমুখে আগবাঢ়ি যাব পাৰিব—এয়ে তেওঁৰ ধাৰণা আছিল। কিন্তু কাবুল জয় কৰাৰ বাইশ বছৰৰ পাছতহে বিজয়ী বেশত দিল্লীত প্ৰৱেশ কৰি তেওঁ ভাৰতত মোগল সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিলে, য'ত আকবৰে পাছত ৰাজত্ব কৰিছিল।

মানসিক প্ৰকৃতি আৰু চৰিত্ৰৰ কেইটামান অসাধাৰণ বৈশিষ্ট্যত আকবৰৰ লগত তেওঁৰ পিতামহ বাবৰৰ মিল আছিল। কিন্তু প্ৰথমতে



দুইৰো মাজত থকা চৰিত্ৰৰ পাৰ্থক্য খিনিলৈ আমি দৃষ্টি কৰোঁ। বাবৰে তেওঁৰ সম্পূৰ্ণ অকপট আৰু আনন্দদায়ক 'জীৱন স্মৃতি'ত ( এই শ্ৰেণীৰ পৃথিৱীৰ উৎকৃষ্ট ৰচনাৰ ভিতৰত এইখন অন্যতম ) নিজৰ এটি সুন্দৰ উজ্জ্বল চিত্ৰ আঁকিছে। মোগল জাতিৰ উতপ্ত বিশ্ৰামহীন তেজ তেওঁৰ ধমনীত প্ৰৱাহিত হৈছিল। কিন্তু মোগলতকৈ তেওঁ অধিক পৰিমাণে তুৰ্কীহে আছিল। মোগলৰ প্ৰতি ঘৃণা আৰু অৱমাননা প্ৰকাশ কৰিবলৈ সকলো শক্তিশালী শব্দ ব্যৱহাৰ কৰিও তেওঁ সেয়ে যথেষ্ট বুলি নাভাবিছিল। অফুৰন্ত প্ৰাণ শক্তি আৰু ধনিষ্ঠামানো ভয় নথকা দুৰন্ত সাহসেৰে বাবৰে ক্ষিপ্ৰভাবে সিদ্ধান্তত উপনীত হৈছিল। এনে ক্ষিপ্ৰকৰ্ম্মপন্থাৰ ফল স্বৰূপে প্ৰায়ে তেওঁ কৃতকাৰ্য্যতা লাভ কৰিছিল যদিও কেতিয়াবা অসাৱধানী আত্মবিশ্বাসে পৰাজয়ো ঘটাইছিল। কিন্তু ঠেকত পৰি তেওঁৰ যথেষ্ট শিকনিও হৈছিল। তেওঁ সৈন্যদলক প্ৰশিক্ষণৰ দ্বাৰা উচ্চ পৰ্য্যায়ৰ কৰ্ম্মনিপুণ যোদ্ধাৰূপে গঢ়ি তুলিছিল, আৰু তেওঁ নিজেও এজন যুদ্ধবিশাৰদ হৈ পৰিছিল। শৃঙ্খলা আৰু নিয়মতান্ত্ৰিকতা সম্পৰ্কে তেওঁ বৰ কঠোৰ আছিল। সময় অনুসৰি তেওঁ বৰ্ব্বৰোচিত নিষ্ঠুৰতা প্ৰকাশ কৰিছিল ( মোগল জাতিৰ বৈশিষ্ট্য সম্ভৱতঃ এনে কাৰ্য্যত প্ৰকাশ হৈছিল ), তথাপি সাধাৰণতে তেওঁ উদাৰ, ক্ষমাশীল, প্ৰিয়জনৰ প্ৰতি অনুৰক্ত আৰু দুৰ্ব্বলীৰ ৰক্ষক সাহসী পুৰুষ আছিল। অসত্যাচৰণক তেওঁ বৰ ঘিণ কৰিছিল।

আপাতদৃষ্টিত বাবৰক এজন আসামান্য কাৰ্য্যদক্ষতাসম্পন্ন দুঃসাহসিক অভিযানকাৰী যেন ধাৰণা হলেও জীৱনৰ বিস্ময়জনক উত্থান-পতনৰ মাজতো এখন নতুন সাম্ৰাজ্য স্থাপনৰ স্বপ্ন তেওঁ পোষণ কৰিছিল যেন অনুমান হয়। তেওঁৰ কৃতকাৰ্য্যতা এজন ভাগ্যান্বেষী সৈনিকৰ আকস্মিক কৃতকাৰ্য্যতা নহয়, বৰং নিজ অদৃষ্টৰ ওপৰত অটল

বিশ্বাস ৰাখি কৰা নেবানেপেৰা চেষ্টাৰ ফল। এজন দুঃসাহসিক অভিযানকাৰীৰূপেও বাবৰ এজন চকুত লগা পুৰুষ। গন্তব্যপথত পোৱা সৰু-বৰ প্ৰত্যেক নদী সাতুৰি পাৰ হৈ যোৱা এই কষ্টসহিষ্ণু সৈনিক আৰু বিস্ময়জনক যোদ্ধাজনে তেওঁৰ অনুভূতি-প্ৰৱণতাৰদ্বাৰা আমাক চমৎকৃত কৰি তোলে। অস্ত্ৰ পৰিচালনাৰ নৈপুণ্যৰ দ্বাৰা মানুহে যেনেকৈ তেওঁৰ অন্তৰ জয় কৰিছিল তেনেকৈ কাব্যপ্ৰীতি প্ৰদৰ্শন কৰিও তেওঁৰ হৃদয় অধিকাৰ কৰিব পাৰিছিল। দুৰ্যোগপূৰ্ণ বতৰত শত্ৰুৰ কবলৰপৰা মুষ্টিমেয় লগৰীয়াৰ সৈতে পলাই যাওঁতে কেতিয়াবা তেওঁ দুই-চাৰিটা কৱিতাৰ স্তৱক ৰচনা কৰিছিল আৰু ফলত যাদুমন্ত্ৰৰ প্ৰভাৱৰ দৰে তেওঁৰ ম্লান অন্তৰ সঞ্জীৱিত হৈ উঠিছিল। তেওঁৰ জীৱনোপভোগৰ প্ৰতি অসীম তৃষ্ণাৰ মূলতে হল বিশ্বসৌন্দৰ্য্যত তেওঁৰ আনন্দানুভৱৰ আতিশয্য। তেওঁৰ নিচিনা ফুল ভাল পোৱা মানুহ বৰ কমেইহে দেখা যায়। কোনো নতুন অঞ্চল অধিকাৰ কৰাৰ লগে লগে সেই ঠাইত এখন নতুন উদ্যান পতাৰ ভাব তেওঁৰ মনত প্ৰথমতে উদয় হৈছিল। সেই উদ্যানৰ পৰিকল্পনা কৰি ক'ত কেনে ফুল দিব আৰু পানীৰ কৃত্ৰিম প্ৰৱাহ সেই উদ্যানৰ মাজেদি কেনেকৈ বোৱাই নিব তাৰ তত্ত্বাৱধান তেওঁ নিজেই লৈছিল। ১৫৩০ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয়, তাৰ এবছৰৰ আগতে ভাৰতীয় জহ আৰু বালিময় পৰিৱেশত থাকি জন্মভূমিলৈ মনত পৰি এইদৰে লেখিছিল—"সিদিনা এটা সুগন্ধ তৰমুজ আনি দিছিল। সেইটো কাটোঁতে মোৰ সঘনে পুৰণি ঘৰখনলৈ মনত পৰিছিল আৰু জন্মভূমিৰপৰা নিৰ্ব্বাসিত হৈ চকুলো নুটুকি থাকিব নোৱাৰিলো।"

ভাৰতবৰ্ষত বাবৰে নিজকে অতিথি যেন অনুভৱ কৰিছিল, নিজৰ ঘৰুৱা ঠাই যেন ভাব নহৈছিল। ডালিম, তৰমুজ, আঙুৰ, সাৰুৱা পথাৰ, নাচোনৰ ভঙ্গিত জপিয়াই বৈ অহা পাৰ্ব্বতীয়া নদী আৰু শীতল বতাহ প্ৰৱাহিত হোৱা মধ্য এছিয়াৰ গিৰিমালা বেষ্টিত সুন্দৰী জন্মভূমি ফাৰঘানালৈ বাবৰে সতৃষ্ণ নয়নে উভতি চাইছিল। ফাৰঘানা প্ৰকৃতিৰ অনুগৃহীত দেশ। সুদূৰ চীনদেশৰ সম্ৰাটেও এই ঠাইৰ তজ্‌বজীয়া ঘোঁৰাৰ নিমিত্তে লোলুপ নাছিল নে? ফাৰঘানাৰ সমান মোহনীয় নাছিল যদিও কাবুলৰ পৰ্ব্বতীয়া জলবায়ু বাবৰৰ স্বভাৱৰ অনুকূল আছিল। কিন্তু ভাৰত তেওঁৰ কাৰণে অসুন্দৰ আৰু অনাকৰ্ষণীয় আছিল। উত্তৰ-পশ্চিমৰ পৰা অহা তেওঁৰ পূৰ্ব্বগামী অভিযানকাৰীসকলৰ দৰে ভাৰত আক্ৰমণ কৰি দেশৰ ধন-সম্পত্তি লুটি-পুটি নিয়াই তেওঁৰ কেৱল উদ্দেশ্য নাছিল, ইয়াত থকাৰ কথাও তেওঁ অৱশ্যে ভাবিছিল। কিন্তু এজন বিদেশী শাসকৰ দৰেহে তেওঁ ভাৰতবৰ্ষ শাসন কৰিব খুজিছিল, স্বদেশী ৰজাৰ দৰে নহয়। এই বিষয়ত টাইমুৰে যি নীতি অৱলম্বন কৰিছিল তাতকৈ বাবৰে আগবাঢ়ি যোৱা নাছিল। তেওঁৰ প্ৰধান পাৰ্শ্ববৰ্ত্তী অনুচৰসকলক বিজিত ৰাজ্যৰ একো একো খণ্ডৰ শাসনভাৰ অৰ্পণ কৰি টাইমুৰে যি ৰাজ্যশাসন নীতি প্ৰৱৰ্ত্তন কৰিছিল সেই নীতিয়ে শাসনভাৰ পোৱা অনুচৰবৰ্গৰ মাজত ক্ষমতাৰ অৰিয়াঅৰি আৰু খোৱা-কামোৰা সৃষ্টি কৰি টাইমুৰৰ ৰাজ্যৰ দৰে তেওঁৰ সাম্ৰাজ্যও খণ্ড বিখণ্ড কৰি পেলোৱাই সম্ভাৱনা বেছি আছিল। উনবিংশ শতাব্দীলৈকে যে তেওঁৰ সাম্ৰাজ্য খণ্ড-বিখণ্ড নহৈ বৰ্ত্তি থাকিল এইটো আকবৰৰ গঠনমূলক দূৰদৰ্শিতা আৰু উদাৰ নীতিৰ ফল। আকবৰৰ মহত্বৰ এয়ে মাপকাঠি বুলিব পাৰি। আকবৰৰ চৰিত্ৰত পিতামহ বাবৰৰ চৰিত্ৰগত সাদৃশ্য থকাৰ উপৰিও সবল বুদ্ধিৰ আধিক্য লক্ষ্য কৰা যায়। বাবৰৰ কাব্যপ্ৰীতি আৰু সৌন্দৰ্য্যানুভূতিয়ে আকবৰৰ চৰিত্ৰত প্ৰৱল ঔৎসুক্যৰূপে আৰু

ধৰ্ম্মীয় সমস্যা আৰু তত্ত্বৰ প্ৰতি আন্তৰিক স্পৃহাৰূপে প্ৰতিভাত হৈছিল। বাবৰ য'ত কল্পনাবিলাসী ভাববাদী আছিল আৰু আকবৰ তাত আছিল বাস্তৱবাদী।

বাবৰৰ মৃত্যু সম্পৰ্কে যি কাহিনী আছে, তেওঁৰ ভাববিলাসী চৰিত্ৰৰ লগত তাৰ সঙ্গতি মন কৰিবলগীয়া। তেওঁৰ পুতেক হুমায়ুন কঠিন ৰোগত মৃত্যুপ্ৰায়; ভাল হোৱাৰ আশা সকলোৱে এৰি পেলাইছিল। বাবৰে ৰুগ্ন হুমায়ুনৰ শয্যাৰ চাৰিকাষে ঘূৰি পুতেকৰ সলনি নিজৰ জীৱন দান কৰিবলৈ শপত গ্ৰহণ কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে। তেওঁৰ প্ৰাৰ্থনা গ্ৰাহ্য হ'ল, হুমায়ুন ক্ৰমে ভাল হৈ আহিল; কিন্তু বাবৰৰ মৃত্যু হ'ল।

হুমায়ুন সুস্থ হৈ সম্ৰাটৰ পদত অধিষ্ঠিত হল। হিন্দুস্তান জয় কৰা হৈছিল যদিও তাক ৰক্ষা কৰিবলৈ এখন দৃঢ় আৰু শক্তিশালী হাতৰ প্ৰয়োজন হৈছিল। কিন্তু সেই শক্তি হুমায়ুনৰ নাছিল। তেওঁ তেতিয়া বাইশ বছৰীয়া ডেকা। জোঙা দাড়ি, দীৰ্ঘ মুখাৱয়ব, ঈষত কুব্জদেহ, আৰু অপ্ৰশস্ত স্কন্ধদেশসহ হুমায়ুনক দেখিলে আলফুলীয়া যেন বোধ হয়। কানিৰ প্ৰতি তেওঁৰ অতিশয় আসক্তি আছিল যদিও তেওঁ প্ৰকৃততে দুৰ্ব্বল নাছিল, তেওঁৰ চৰিত্ৰৰ এটা দিশত লৰালিৰ লক্ষণ প্ৰকাশ পাইছিল। ৰাজনীতি নাইবা যুদ্ধক্ষেত্ৰত আদেশ জাৰি কৰা কাৰ্য্যতকৈ তেওঁৰ পোছাক-পৰিচ্ছদৰ বৰ্ণ বৈচিত্ৰ্যতহে অধিক মনোযোগ দিছিল। তথাপি অৱস্থাই তেওঁক কাম কৰিবলৈ বাধ্য কৰিছিল। পঞ্জাব আৰু আফ্‌গানিস্তানৰ শাসনভাৰ ভায়েক কামৰাণক এৰি দিবলৈ বাধ্য হৈছিল। আনকি দিল্লীৰ সিংহাসনৰ কাৰণেও যুদ্ধত নামিব লগাত পৰিছিল। বিহাৰ প্ৰদেশৰ কৰ্ম্মকুশল শাসনকৰ্ত্তা শেৰশাহে এই সুযোগতে তেওঁক আক্ৰমণ কৰে। যুদ্ধত বেয়াকৈ পৰাজিত হৈ হুমায়ুনে তেওঁৰ অনুচৰবৰ্গৰ সৈতে সিন্ধুদেশৰ মৰুভূমিলৈ পলাই যায়।

# ৪

১৫৪২ খৃষ্টাব্দৰ নৱেম্বৰ মাহৰ শেষৰ কালে কোনো এদিন ৰাতিপুৱা হুমায়ুনে তেওঁৰ বন্ধু এজনে সাময়িকভাৱে দিয়া দুহেজাৰ সৈন্যসহ এখন হ্ৰদৰ পাৰত তম্বু তৰি জিৰণি লৈ থাকোঁতে দূৰত মৰুভূমিৰ মাজেদি তেওঁৰ ফালে আগবাঢ়ি অহা এদল অশ্বাৰোহী সৈন্য দেখিবলৈ পালে। গৃহহীন সম্ৰাট সন্ত্ৰস্ত হৈ পৰিল। শেৰশাহৰ উপৰ্য্যুপৰি আক্ৰমণত পৰাভূত হৈ কেইজনমান বিশ্বাসী অনুচৰৰ সৈতে পশ্চিম ভাৰতৰ মৰুময় সিন্ধু প্ৰদেশত হুমায়ুনে দুবছৰ অনাইবনাই ফুৰিছিল। কোনো আঁচনিকে তেওঁ স্থিৰভাৱে গ্ৰহণ কৰিব পৰা নাছিল। বিশ্বাস স্থাপন কৰিব পৰা এজন ব্যক্তি বাছি উলিয়াবলৈকো তেওঁৰ পক্ষে কঠিন হৈ পৰিছিল। নিজৰ ভায়েক দুজন, কামৰাণ আৰু আস্কাৰি, তেওঁৰ প্ৰতিদ্বন্দ্বী আছিল। গতিকে তেওঁলোক সাম্ভাব্য শত্ৰু আৰু অবিশ্বাস্য বন্ধু আছিল। সাধাৰণতে দ্ৰুতগতিত অহা অশ্বাৰোহীয়ে ভয়াৱহ সংবাদ বহন কৰি আনে, কিন্তু সেইদিনা হুমায়ুনে অশ্বাৰোহীৰ গতিত আশাৰ পোহৰ দেখা পালে। সেই ঠাইৰ পৰা কুৰি মাইল দূৰত অৱস্থিত সুৰক্ষিত অমৰকোট নামৰ নগৰ খনৰ ফালৰ পৰা অশ্বাৰোহীদল অহা দেখা পালে। সেই অমৰকোটতে সন্তানসম্ভৱা কমবয়সীয়া পত্নীক তেওঁ এৰি আহিছিল।

মঙ্গলসূচক চিন দৰ্শাই বাৰ্ত্তাৱহজন তম্বুলৈ সোমাই গল। হামিদাৰ এটি পুত্ৰ-সন্তান জন্ম হল। হুমায়ুনে এটি উত্তৰাধিকাৰী লাভ কৰিলে। এইটো ঘটনাই অৱশেষত যেন ভৱিষ্যত শুভ সূচনাৰ ইঙ্গিত দিলে। কোমল বয়সীয়া পুত্ৰৱতী পত্নীৰ কথা ভাবি হুমায়ুন অতিশয় আনন্দিত হল, কাৰণ হামিদাৰ সেই সময়ত মাত্ৰ পোন্ধৰ বছৰ আছিল।

মুকুটবিহীন পলৰীয়া ৰাজচ্যুত এজন ৰজাক বিয়া কৰিবলৈ হামিদাই বৰ ইচ্ছা প্ৰকাশ কৰা নাছিল। কিন্তু তেওঁৰ ব্যৱহাৰে হুমায়ুনৰ অন্তৰ জয় কৰিলে আৰু সানুৰাগে ৰাজ্যচ্যুত সম্ৰাটে প্ৰণয় যাচ্ঞা কৰিলে। এতিয়া সেই হামিদায়ে ভৱিষ্যত আশাৰ স্থল এটি পুত্ৰ তেওঁক প্ৰতিদান স্বৰূপে দিলে।

এনে এটা আনন্দজক উপলক্ষ্য যথোচিত আড়ম্বৰপূৰ্ণ জাকজমকতা আৰু দান-মহোৎসৱৰে অনুষ্ঠিত হব লাগিছিল। কিন্তু দাৰিদ্ৰ্যগ্ৰস্ত অভিমানী পিতাই এনে অৱস্থাত কি কৰিব বাৰু? হুমায়ুনৰ বিশ্বাসী ভৃত্য জওহৰৰ লিখিত বিৱৰণ মতে সেইদিনা হুমায়ুনে এমোনা ৰূপ আৰু কস্তুৰিকোষ এটি সংগ্ৰহ কৰি আনিবলৈ জওহৰক হুকুম দিলে। অনুচৰবৰ্গৰপৰাই সেইখিনি সংগ্ৰহ কৰি আনি দিয়াত হুমায়ুনে মোনাৰ ৰূপবান খিনি যাৰ পৰা সংগ্ৰহ কৰি আনিছিল তেওঁলোকৰ মাজতে দান কৰাৰ ছলেৰে বিতৰণ কৰি দিলে। তাৰ পাছত মৃগনাভিৰ কোষটো এটা পাত্ৰত মৰিয়াই ভাঙি অনুচৰবৰ্গৰ মাজত অকণ অকণকৈ ভগাই দি কলে—"বন্ধুসকল, বৰ্ত্তমান অৱস্থাত পুত্ৰজন্ম উপলক্ষ্যে ইয়াকেহে দিবৰ মোৰ সামৰ্থ্য আছে, কিন্তু কস্তুৰিৰ সৌৰভে এই তম্বু আমোল-মোলাই যোৱাৰ দৰে মোৰ লৰাৰ যশস্যাও এদিন যেন জগত যুৰি বিয়পি পৰে ইয়াকে মই আশা কৰোঁ।" সন্তানটিৰ নাম থলে আকবৰ। ১৫৪২ খৃষ্টাব্দৰ তেইশ নৱেম্বৰৰ দিনা তেওঁ ভূমিষ্ঠ হয়।

নবজাত সন্তানটিক আৰু পত্নীক সেই মুহূৰ্ত্তত আঁকোৱালি লোৱাৰ আনন্দ অনুভৱ কৰাৰ সৌভাগ্য তেওঁৰ নাছিল। তেওঁ যুদ্ধযাত্ৰাত আগবাঢ়ি গৈছিল, গতিকে উভতিবৰ সুযোগ ক'ত? জুন নামৰ নগৰখন আক্ৰমণ কৰি তাৰ মাজত নিজকে সুপ্ৰতিষ্ঠিত নকৰা পৰ্য্যন্ত তেওঁৰ জিৰণি নাছিল। অৱশেষত ২৮ ডিচেম্বৰত পুত্ৰসহ হামিদা সেই



নগৰত উপস্থিত হল, তেতিয়াহে হুমায়ুনে প্ৰথমবাৰ পুত্ৰমুখ দৰ্শন কৰে। পৰবৰ্ত্তী বছৰৰ জুলাই মাহ পৰ্য্যন্ত সেই জুন নগৰতে ভৱিষ্যত কৰ্ম্মপন্থাৰ আঁচনি চিন্তা কৰি তেওঁ অৱস্থান কৰিলে। হেৰোৱা ৰাজ্য পুনৰ উদ্ধাৰ কৰাৰ আশা তেওঁ পৰিত্যাগ কৰা নাছিল। এতিয়া পুত্ৰ জন্মই সেই হৃতৰাজ্য যি কোনো প্ৰকাৰে উদ্ধাৰ কৰাৰ সঙ্কল্প সুদৃঢ় কৰিলে। যদিও হুমায়ুন পিতাক বাবৰৰ দৰে যুদ্ধ বিশাৰদ নাছিল আৰু যদিও তেওঁৰ চৰিত্ৰত যথেষ্ট দুৰ্ব্বলতা আছিল তথাপি ভয়াৱহ প্ৰতিকূল অৱস্থাতো নেৰানেপেৰাভাৱে কাৰ্য্যত লাগি থাকিব পৰা ক্ষমতা তেওঁৰ আছিল। সিন্ধুদেশৰ মৰুভূমিত ঘূৰিফুৰি চিৰদিন তেওঁ কটাব নোৱাৰে। কান্দাহাৰ ৰাজ্যৰফালে যাত্ৰা কৰা উচিত হবনে সেই কথাও তেওঁ চিন্তা কৰিলে। সেই ঠাইত উপস্থিত হব পাৰিলে হয়তো ইৰাণৰ শাহৰ পৰা সাহায্য পোৱা সম্ভৱ হব পাৰে। অৱশেষত কান্দাহাৰৰ ফালে যাত্ৰা কৰাকে তেওঁ স্থিৰ কৰিলে। কিন্তু তেওঁ তাত থকা তেওঁৰ দুই ভায়েক কামৰাণ আৰু আস্কাৰিৰ কথাও চিন্তা কৰিব লাগিব। কামৰাণ কাবুলৰ শাসন কৰ্ত্তা আছিল আৰু তেওঁৰ অধীনত আস্কাৰিয়ে কান্দাহাৰ শাসন কৰিছিল। সিহঁতৰ মতিগতিও বিশ্বাসযোগ্য নাছিল, তথাপি সেই সঙ্কটৰ সম্মুখীন হবই লাগিব। কান্দাহাৰলৈ দীৰ্ঘ আৰু বিপদসঙ্কুল পথ অতিক্ৰম কৰি যাব লাগিব। সিন্ধুনদী পাৰ হৈ, বেলুচিস্তানৰ ওখ পৰ্ব্বতৰ প্ৰাচীৰ বগাই কান্দাহাৰ প্ৰদেশৰ সীমান্তত ভৰি দি হুমায়ুনে অকস্মাতে এটা ভয়াৱহ বাতৰি শুনিবলৈ পালে। ভায়েক আস্কাৰিয়ে তেওঁৰ সৈন্যতকৈ বহুতো বেছি সৈন্য লৈ তেওঁৰ বিৰুদ্ধে যাত্ৰা কৰি আহিছিল। পলায়নৰ বাহিৰে হুমায়ুনৰ গত্যন্তৰ নাছিল। এক মুহূৰ্ত্তও অযথা পলম নকৰি অনুচৰবৰ্গৰ লগত আলোচনাত তেওঁ ব্যস্ত হল। এই পৰ্য্যন্ত এবছৰীয়া কেঁচুৱা আকবৰ

মাকৰ কোলাতে লালিত-পালিত হৈছিল। কিন্তু আফগানিস্তানৰ অত্যধিক জহ আৰু শীতত ঘোঁৰাত উঠি দ্ৰুতগতিত পলাই যাওঁতে কেঁচুৱা লৰাটি লগত নিলে তাৰ কাৰণে মৃত্যুকাৰক হব। সেই কাৰণে বিশ্বাসী ভৃত্য জওহৰৰ তত্ত্বাৱধানত লৰাটি এৰি অহাৰ ব্যৱস্থা হল। তদুপৰি যথেষ্ট সংখ্যক ঘোঁৰাও তেওঁলোকৰ নথকাত হামিদাই হুমায়ুনৰ কাষতে ঘোঁৰাত উঠি যাব লগাত পৰিছিল। হুমায়ুনৰ পলায়নপৰ সৈন্যদল পৰ্ব্বতৰ ফালে বেগাবেগিকৈ যাত্ৰা কৰাৰ অলপ পাছতে আস্কাৰিয়ে সসৈন্যে হুমায়ুনৰ পৰিত্যক্ত শিবিৰত জপিয়াই পৰিল। কেঁচুৱা আকবৰক শিবিৰত পাই বন্দী কৰিলে। ভৱিষ্যত প্ৰতিদ্বন্দ্বী আকবৰক অপসাৰণ কৰি নিষ্কণ্টক হৈ নিজৰ ভাগ্য নিজে তৈয়াৰ কৰিবলৈ আস্কাৰি যদি কিবা প্ৰলোভিত হৈছিল সেই প্ৰলোভন তেওঁ দমন কৰিলে। এনে ধৰণে শিশুহত্যা কৰি নিষ্কণ্টক হোৱাৰ উপায় এছিয়াৰ উচ্চাকাঙ্ক্ষী ৰাজপুৰুষে সততে অৱলম্বন কৰিছিল। আস্কাৰি হয়তো সবল সুঠাম দেহৰ শিশুটিৰ দ্বাৰা আকৃষ্টও হৈছিল। লৰাটিক তাৰ তত্ত্বাৱধায়ক ভৃত্য জওহৰৰ সৈতে কান্দাহাৰলৈ লৈ গল আৰু তাত ভালকৈ লালন-পালন কৰাৰ ব্যৱস্থা কৰি দিলে।

ইকালে চল্লিশজন অনুচৰ আৰু কোমলবয়সীয়া পত্নীৰ সৈতে হুমায়ুনে মাৰাত্মক যাত্ৰা আৰম্ভ কৰিলে। তেওঁ ইৰাণলৈ পলাই গৈ শাহৰ সাহায্য ভিক্ষা কৰিবলৈ স্থিৰ কৰিলে। সাহায্য প্ৰাৰ্থনা কৰি পঠোৱা বাৰ্ত্তাৰ উৎসাহজনক সঁহাৰি পাই তেওঁ পাৰস্য দেশৰ বহুদূৰ অতিক্ৰম কৰি সুদূৰ উত্তৰ পশ্চিমৰ কাজৱিন চহৰত উপস্থিত হল; ইয়াতে শাহ টাহ্মাচ্পে দৰবাৰ পাতি আছিল। শাহে হুমায়ুনক সাদৰে অভ্যৰ্থনা কৰিলে। কিন্তু অলপ দিনৰ পাছতে এজন ভগনীয়া ৰজাক পোহপাল দি থকাটো শাহৰ পক্ষে বৰ আমনিকৰ হৈ পৰিল,



কাৰণ হুমায়ুনেও যোৱাৰ কোনো লক্ষণ নেদেখুৱা হল। হুমায়ুনে ইৰাণৰ ৰাজদৰবাৰত দীৰ্ঘস্থায়িতাত প্ৰায় এবছৰ সময় অতিবাহিত কৰিলে। বছৰৰ পাছত বছৰ মৰুভূমি আৰু পৰ্ব্বতীয়া ঠাইত বিপদ-সঙ্কুল আৰু কষ্টদায়ক জীৱন অতিবাহিত কৰাৰ পাছত ইৰাণৰ ৰাজদৰবাৰৰ বিলাসপূৰ্ণ সাংস্কৃতিক পৰিৱেশে হুমায়ুনৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছিল। ঠিক এনেকৈয়ে ইৰাণৰ সুকুমাৰ কলাই শ্ৰেষ্ঠ বিকাশ লাভ কৰা হেৰাত চহৰৰ আলোকোজ্জ্বল সাংস্কৃতিক পৰিৱেশে বাবৰক অভিভূত কৰিছিল। হুমায়ুন স্বভাৱতে জ্ঞান, বিদ্যা আৰু কলাৰ অনুৰাগী আছিল। এই কাজৱিন দৰবাৰত কবি, পণ্ডিত, ৰসিক আৰু কলাবিদৰ সমাৱেশ দেখি তেওঁৰ ভৱিষ্যত দিল্লীৰ দৰবাৰো তেনে কৰিবলৈ আশা পোষণ কৰিছিল। সম্ৰাট আকবৰৰ অনুপ্ৰেৰণাত বিকাশ লাভ কৰা 'মোগল চিত্ৰাঙ্কন' নামেৰে পৰিচিত ভাৰতীয় চিত্ৰাঙ্কন ৰীতিৰ উদ্ভৱৰ মূলতে হল হুমায়ুনৰ পাৰস্য ৰাজদৰবাৰত উপস্থিতি। বৰ শ্ৰদ্ধাৰ্হ নহলেও শাহ টাহ্মাচ্প অতিশয় কলানুৰাগী ৰজা আছিল। ইৰাণৰ শ্ৰেষ্ঠ চিত্ৰকৰ কেবাজনেও সেই সময়ত তেওঁৰ অনুপ্ৰেৰণাত টাব্ৰিজ চহৰত চিত্ৰানুশীলন কৰিছিল।

১৫৪৪ খৃষ্টাব্দৰ শেষৰ ফালে পৈতৃক ৰাজ্য উদ্ধাৰত সহায় কৰিবলৈ সৈন্যৰ প্ৰতিশ্ৰুতি দি হুমায়ুনক ইৰাণৰ ৰাজদৰবাৰৰ পৰা বিদায় দিয়া হল। এবছৰ পাৰ নৌহওঁতেই হুমায়ুনে কান্দাহাৰ অধিকাৰ কৰিলে আৰু শৰণাপন্ন আস্কাৰিক ককায়েকে ক্ষমা কৰিলে। হুমায়ুনে তাৰ পাছত কাবুলৰ ফালে আগবাঢ়ি গল। কামৰাণে কাবুল চহৰ পৰিত্যাগ কৰি যোৱাত হুমায়ুনে তাত খিতাপি ললে। অকণমান আকবৰ তেতিয়া কাবুলতে আছিল আৰু মাক হামিদাক কান্দাহাৰৰপৰা অনোৱা হল। পিতৃ-মাতৃ আৰু সন্তানৰ আকৌ মিলন হল। কিন্তু বিপদ

ভেতিয়াও আঁতৰ হোৱা নাছিল ; হুমায়ুনৰ অৱস্থা তেতিয়াও থৰক-বৰক, নিৰাপদ নহয়। কামৰাণে আন্তৰিকতাহীন বশ্যতাস্বীকাৰ আৰু মিটমাটৰ প্ৰচেষ্টাৰ মাজে মাজে গোপন ষড়যন্ত্ৰ আৰু ভীষণ শত্ৰুতালি চলাই আছিল। কিন্তু তথাপি কাবুলত থকা নবছৰ কালত তেওঁ হৃত ভাৰতীয় ৰাজ্য উদ্ধাৰকল্পে শক্তি সংগ্ৰহ কৰিবলৈ আৰু সিংহাসনৰ উত্তৰাধিকাৰী আকবৰক শিক্ষা-দীক্ষা দিবলৈ যথেষ্ট সময় পাইছিল।

ছাত্ৰৰ নিমিত্তে শিক্ষক নিয়োগ কৰা এটা কথা, কিন্তু ছাত্ৰৰ মনত শিক্ষাৰ প্ৰতি ধাউতি জন্মোৱা সম্পূৰ্ণ পৃথক কথা। এই বিষয় আকবৰৰ দৰে শিক্ষকৰ কথা নুশুনা অবাধ্য ছাত্ৰ বোধকৰো খুব কমেই ওলাব। এজনৰ পাছত এজনকৈ চাৰিজন শিক্ষকে যৎপৰোনাস্তি চেষ্টা কৰিলে, কিন্তু ছাত্ৰজনে কেৱল আখৰ কেইটা শিকিবলৈকে অনিচ্ছা প্ৰকাশ কৰিলে। পাণ্ডিত্যৰুচিসম্পন্ন হুমায়ুন পুতেকৰ কাৰ্য্যত অতিশয় ব্যতিব্যস্ত হল ; আদবৰ পুতেকক আলস্যৰ কাৰণে তিৰস্কাৰ কৰি পিতৃ-উপযোগী মৰমসনা উপদেশ দিলে। কিন্তু তাৰ ফল নধৰিলে। পঢ়াৰ পৰা গা সাৰি পলাই ফুৰাত আকবৰ বৰ পটু আছিল। জন্মৰ দিন ধৰি তেওঁ বিপদ-বিঘিনি, দুঃসাহসিক ঘটনাত লিপ্ত আছিল আৰু সৰুৰেপৰা ঘৰৰ চাৰিবেৰৰ বাহিৰৰ পৌৰুষজনক খেলধেমালি আৰু পৰিশ্ৰমত বিশেষ আনন্দ আৰু উৎসাহ প্ৰকাশ কৰিছিল। উট, ঘোঁৰা, কুকুৰ আদি জন্তু চলাই আৰু তাৰ সঙ্গত তেওঁ আনন্দ লাভ কৰিছিল ; বিশেষকৈ পাৰচৰাই মেলা বা উৰুৱা বিনোদ-কাৰ্য্যত বৰ পটু হৈ পৰিছিল। এই বিনোদ তেওঁৰ গোটেই জীৱনতে বৰ প্ৰিয় আছিল। ঘোঁৰাচোৱাৰী, পলো খেলা আৰু তৰোৱাল খেলাত তেওঁ প্ৰশিক্ষণ পাইছিল আৰু স্বাভাৱিকতে এই বোৰ খেলাত নিপুণ আছিল।



বন্দুক চলোৱাত তেওঁৰ লক্ষ্য অব্যৰ্থ আছিল। সাধাৰণতে খেলা ধূলাত ৰাপ থকা ইংৰাজ বালকসকলৰ মানসিক পৰিশ্ৰমবিমুখিতা দেখা যায়, আকবৰৰ লেখাপঢ়াত ধাউতি নাছিল যদিও মানসিক কাৰ্য্যৰ প্ৰতি বিতৃষ্ণা নাছিল। বৰং তাৰ বিপৰীতে আনৰ হতুৱাই পঢ়াই আৰু নিজে শ্ৰৱণ কৰি অতিশয় আনন্দ লভিছিল। অদ্ভুত স্মৰণশক্তিৰ বলত অতি কম সময়তে ইৰাণৰ কৱিসকলৰ, বিশেষকৈ ৰহস্যবাদী চুফিসকলৰ কৱিতাৱলী কণ্ঠস্থ কৰি পেলাইছিল।

হুমায়ুনে চিত্ৰাঙ্কন সম্পৰ্কেও কিছু আভাস পুতেকক দিয়াৰ ব্যৱস্থা কৰিছিল। খৃষ্টীয় ১৫৫০ চনত তেওঁ ইৰাণৰ দুজন বিখ্যাত চিত্ৰকৰ, মিৰ চৈয়দ আলি আৰু আব্দুচ সামাদক কাবুললৈ নিমন্ত্ৰণ কৰি আনে। এই দুজন তেওঁৰ ৰাজসভাৰ প্ৰধান চিত্ৰকৰ পদত অধিষ্ঠিত হয় আৰু পাছত দিল্লীলৈকো যায়। বাপেক পুতেক দুয়োজনে ইৰাণৰ চিত্ৰাঙ্কণ পদ্ধতিত কিছু শিক্ষা গ্ৰহণ কৰিছিল। তেহেৰাণৰ গুলিস্তান গ্ৰন্থাগাৰত আব্দুচ সামাদে অঁকা এটা ছবিত চিত্ৰশিল্পীসকলৰ মাজত অৱস্থিত ৰাজকুমাৰ আকবৰক দেখুৱা হৈছে আৰু সেই চিত্ৰৰে আন এটা অংশত আকবৰে শিল্পীসকলৰ লগত কটোৱা পৰিৱেশটো চিত্ৰত ৰূপ দি সম্ৰাটক উপহাৰ দিয়া দেখুৱা হৈছে। এই সময়ত হৃতৰাজ্য পুনৰুদ্ধাৰৰ স্বপ্নই সততে হুমায়ুনৰ মন অধিকাৰ কৰি আছিল আৰু সেই হেতুকে বংশ গৌৰৱৰ বশৱৰ্ত্তী হৈ টাইমুৰ আৰু সেই ৰাজবংশৰ কোঁৱৰবিলাকৰদ্বাৰা পৰিবৃত অৱস্থাত নিজৰ চিত্ৰ অঙ্কন কৰাইছিল। ইৰাণৰ চিত্ৰকৰ এজনে এই পৰিস্থিতিটোৰ এটি বৰ্ণোজ্জ্বল চিত্ৰ অঙ্কন কৰিছে। চিত্ৰৰ দৃশ্যটো স্থাপন কৰিছে বসন্তকালীন পৰ্ব্বতীয়া ঠাই এডোখৰত। ৰাম-ধেনুবুলীয়া পাৰেৰে এটি নিজৰা, কাষত প্ৰস্ফুটিত ডালিমগছৰ শাৰী আৰু সোণালি আকাশৰ তলত কলগছৰ দৰে বহল পাতৰ এজোপা

গছ। তাৰ তলত শাৰী শাৰী ৰঙা লাহী খুটাৰে এটি মণ্ডপৰ তলত হুমায়ুনে তেওঁৰ পূৰ্ব্বপুৰুষ ভয়াৱহ টাইমুৰৰ ফালে চাই আছে। অলপ নামনিত অৰ্দ্ধবৃত্তাকাৰে টাইমুৰৰ বংশধৰসকল বহি থকা দেখুৱাইছে। পৰবৰ্ত্তী কালত এজন কোনো ভাৰতীয় চিত্ৰকৰে টাইমুৰ আৰু তেওঁৰ বংশধৰসকল মুছি তাৰ ঠাইত আকবৰ আৰু তেওঁৰ পুত্ৰ-পৌত্ৰসকলক স্থাপন কৰিলে। ভাৰতীয় চিত্ৰকৰৰ এই ছবিটো এতিয়া বৃটিছ মিউজিয়মত আছে।

কাবুলত বাস কৰা বছৰ কেইটা মোটামুটিভাৱে শান্তিতেই অতিবাহিত হৈছিল, অৱশ্যে সময়ে সময়ে বিপদ-সঙ্কেতে আৰু সকসুৰা অভিযানে এই শান্তিপূৰ্ণ সময়ছোৱাক বৈচিত্ৰতা দান কৰিছিল। অৱশেষত বহু দিনৰপৰা পৰিকল্পিত ভাৰত-অভিযানৰ আশা সফল কৰি তোলাৰ শুভ মুহূৰ্ত্ত উপস্থিত হল।

১৫৫৪ খৃষ্টাব্দৰ নৱেম্বৰ মাহত ভাৰত অভিমুখে তেওঁ সসৈন্যে যাত্ৰা কৰিলে। আকবৰৰ এই সময়ত বাৰ বছৰ। সিন্ধুনদ পাৰ হৈ পিতা-পুত্ৰই এটি গাম্ভীৰ্য্যপূৰ্ণ পৱিত্ৰ পৰিৱেশত লগ হৈ অভিযানৰ সাফল্য কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায়। কৰ্ম্মদক্ষ চুলতান চেলিম শাহশূৰৰ সেই বছৰতে মৃত্যু হোৱাত এজন দুৰ্ব্বল উত্তৰাধিকাৰী দিল্লীৰ সিংহাসনত বহিছিল। বিশৃঙ্খলতা, অনৈক্য আৰু আফগান শাসকসকলৰ প্ৰতি অসন্তুষ্টি মনোভাৱৰ ফলত হিন্দুস্থান দুৰ্ব্বল হৈ পৰিছিল। গতিকে ভাৰতবৰ্ষ-আক্ৰমণৰ এইটোৱেই উপযুক্ত সময় আছিল। হুমায়ুন নিজে নিপুণ সেনাপতি নোহোৱাত সৈন্য পৰিচালনাৰ ভাৰ বাইৰাম খাঁ নামৰ এজন উচ্চ চৰিত্ৰসম্পন্ন যোগ্যবান ডেকাৰ ওপৰত অৰ্পণ কৰিছিল।

অভিযান সাৰ্থক হল। ১৫৫৫ খৃষ্টাব্দত হুমায়ুনে লাহোৰ অধিকাৰ



কৰে আৰু সেই বছৰৰে জুন মাহত এখন বৃহৎ যুদ্ধত জয়লাভ কৰি দিল্লীও হস্তগত কৰিবলৈ সক্ষম হয়। এই যুদ্ধত কোমল বয়সীয়া আকবৰে বীৰত্ব প্ৰদৰ্শন কৰি প্ৰশংসা লাভ কৰে। অৱশেষত হুমায়ুনে হেৰোৱা সিংহাসন পুনৰ লাভ কৰিলে। কিন্তু বেছি দিন উপভোগ কৰিবলৈ নাপালে। বাইৰাম খাঁৰ অভিভাৱকত্ব আৰু তত্ত্বাৱধানত আকবৰক পঞ্জাবলৈ পঠাই হুমায়ুন দিল্লীত থাকিল। মোগল শক্তিৰ নিৰাপত্তা আৰু নবলব্ধ ক্ষমতা অব্যাহত ৰাখিবলৈ যথেষ্ট কৰিবলগীয়া আছিল। অধিকৃত ৰাজ্যৰ প্ৰধান প্ৰধান চহৰবোৰ নিজৰফলীয়া সৈন্যেৰে সুৰক্ষিত কৰিবলৈ আঁচনি লৈ সেইমতে সংগঠন কাৰ্য্যত ব্যস্ত থাকোঁতে ১৫৫৬ খৃষ্টাব্দৰ জানুৱাৰী মাহৰ কোনো এদিন শুকুৰবাৰে সন্ধিয়াৰ আজান ধ্বনি শুনি গ্ৰন্থাগাৰৰূপে ব্যৱহাৰ কৰা দুৰ্গৰ ওপৰৰ কোঠাৰপৰা তললৈ লৰালৰিকৈ নামি আহোঁতে উজুতি খাই চিৰিৰপৰা তললৈ পৰি হুমায়ুনৰ মূৰৰ লাওখোলা ভাঙি যায়। তিনি দিনৰ পাছত তেওঁৰ মৃত্যু হয়।

আকবৰ সেই সময়ত কালানৌৰত আছিল; সেই ঠাইৰে এখন উদ্যানত তেওঁক বিধিমতে সিংহাসনত অধিষ্ঠিত কৰা হয়। সেই সিংহাসনখন এতিয়াও আছে।(১)

---

১ 'দ্ব-জেৰিক'ৰ সম্পাদক মিষ্টাৰ পেইনৰ ( Payne ) মতে সম্ভৱতঃ হুমায়ুনৰ মৃগীৰোগ আছিল, এই ৰোগত হঠাতে আক্ৰান্ত হৈ ওপৰৰপৰা তললৈ পৰি যায়।

## ৫

পিতামহ বাবৰৰ দৰে আকবৰেও ল'ৰাকালতে ৰাজমুকুট লাভ কৰিলে যদিও, ৰক্ষা কৰিবৰ কাৰণে যুদ্ধত নামিব লগা হল। দিল্লীৰ সিংহাসনৰ কাৰণে কেবাজনো প্ৰতিদ্বন্দ্বী আছিল। তাৰে এজন আছিল সুদক্ষ সম্ৰাট শেৰশাহৰ ভতিজাক সিকন্দৰ শুৰ। তেওঁৰ বিৰুদ্ধেই হুমায়ুনে বাইৰাম খাঁ আৰু আকবৰক পঞ্জাবলৈ পঠাই ছিল। এতিয়া তেওঁতকৈ এজন শক্তিশালী শক্ৰৰ আবিৰ্ভাৱ হল। এওঁ আছিল হুমায়ুনৰ মৃত্যুত দিল্লীৰ সিংহাসন বেদখল কৰা কিন্তু অলপ দিনৰ পাছত খেদাখোৱা চুলতান মহম্মদ আদিল্‌শাহৰ প্ৰধানমন্ত্ৰী আৰু সেনাপতি হিমু। হিমু হিন্দু আছিল। গৰাকীৰ সলনি তেৱেঁই সমৰক্ষেত্ৰত অৱতীৰ্ণ হল। তেওঁ দিল্লী আৰু আগ্ৰাৰ মোগল ফৌজক পৰাজয় কৰি সেই দুই ঠাই অধিকাৰ কৰে। যুদ্ধজয়ৰ গপত ওফন্দি তেওঁ নিজেই সাৰ্ব্বভৌম ক্ষমতা আগ্ৰহি লয়। গতিকে হুমায়ুনৰ মৃত্যুৰ পাছৰ পৰিস্থিতিটো বৰ সঙ্কটজনক হৈ পৰে। কিন্তু হিমুৱে ভাগ্যনিৰ্ণয় কৰিব লগা হ'ল বাইৰাম খাঁৰ লগত। কাবুললৈ উভতি যোৱাৰ পৰামৰ্শ অগ্ৰাহ্য কৰি বাইৰাম খাঁই আকবৰৰ সৈতে সসৈন্যে আগবাঢ়ি আহি পাণিপথত কেবাশ যুদ্ধ-হাতীৰে বলীয়ান শক্তিশালী হিমুৰ বৃহৎ সৈন্যবাহিনীৰ সম্মুখীন হয়। এই পাণিপথতে বাবৰে দিল্লীৰ সিংহাসন লাভ কৰিছিল। যুদ্ধত এডাল কাঁড় আহি হিমুৰ চকুত সোমোৱাত তেওঁৰ সৈন্যবাহিনী আতঙ্কত ছেদেলি-ভেদেলি হৈ পলাবলৈ ধৰে। হিমু বন্দী হ'ল ; বাইৰাম খাঁই বন্দীক বধ কৰিবলৈ আকবৰক নিৰ্দ্দেশ দিলে। কিন্তু কম বয়সীয়া আকবৰে আহত আৰু অসহায় মানুহজনৰ ডিঙিত তৰোৱালৰ ঘা বহুৱাবলৈ সংকোচ বোধ কৰিলে। যা হওক,



দিল্লী আৰু আগ্ৰা পুনৰ অধিকাৰ কৰা হ'ল। সিকন্দৰ শুৰৰ পাছে পাছে অনুধাৱন কৰা হ'ল। অৱশেষত বহু প্ৰতিৰোধৰ পাছত সিকন্দৰে ১৫৫৭ খৃষ্টাব্দত আত্মসমৰ্পণ কৰিলে। তেওঁক উদাৰভাৱে ব্যৱহাৰ কৰা হল। সিংহাসনৰ অন্যান্য প্ৰতিদ্বন্দ্বীসকলৰ কোনো কোনোৰ এই সময়তে মৃত্যু হ'ল, আৰু কোনো জন ক্ৰমে ঘটনাস্থলৰ পৰা আঁতৰি গৈ নিৰুদ্দেশ হল। এই দৰে ৰাজ্যশাসন আৰু ৰাজ্য সংগঠন কৰিবলৈ তেওঁ মুক্ত হল।

ৰাজ্য শাসনৰ প্ৰথম কেইবছৰমান আকবৰৰ শিক্ষাকাৰ্য্য চলি আছিল। দৈহিক পৰিশ্ৰম আৰু কৌশলৰ সকলোবোৰ প্ৰশিক্ষণ তেওঁ আনন্দ আৰু উৎসাহেৰে গ্ৰহণ কৰিছিল, কিন্তু এতিয়াও তেওঁ নিজে পঢ়িবলৈ অস্বীকাৰ কৰি আনৰ হতুৱাই পঢ়াই কৰ্ণ পথেদি জ্ঞান আহৰণ কৰিবলৈ পচন্দ কৰিছিল। দেশৰ ৰাজনীতি, ৰাজস্ব আৰু শাসন ব্যৱস্থাৰ প্ৰতি বিশেষ মন-কাণ নিদি চিকাৰ আৰু পৌৰুষজনক খেলধেমালিত মত্ত এজন স্বাস্থ্যৱান, ব্যায়ামপুষ্ট আৰু জীৱনোপভোগত অনুৰক্ত যুৱকৰূপে আকবৰে তেওঁৰ শাসনকালৰ প্ৰথম কেই বছৰৰ সময় ছোৱাত দেখা দিয়ে। তেওঁৰ এই বয়সৰ এখন প্ৰতিকৃতি চিত্ৰ ( Portrait ) আছে। তাত তেওঁৰ মুখাৱয়বৰ এটা পাৰ্শ্ব ৰূপ চিত্ৰিত হৈছে। নিমজ গণ্ডস্থল আৰু ওষ্ঠাধৰ, কেকোৰা চুলি আৰু দীপ্তিমান চকু সেই মুখাকৃতিত পৰিস্ফুট হৈছে। তেজী ৰঙা চোলা এটা পৰিধান কৰি তেওঁ এপাহ ফুল নাকৰ ওচৰত ধৰি আছে। তেওঁৰ মূৰৰ ওপৰত নীলাকাশ, সম্মুখত শূন্য প্ৰান্তৰ। সেই সময়ৰ চিত্ৰাঙ্কন ৰীতি আৰু প্ৰসিদ্ধি অনুসাৰে এই চিত্ৰ অঙ্কন কৰা হৈছে যদিও অসীম সম্ভাৱনাৰে ভৰপূৰ বিৰাট জগতখনৰ ফালে সোৎসাহপূৰ্ণ ঔৎসুক্যৰে চাই থকা যুৱক আকবৰৰ ই সাৰ্থক ৰূপায়ণ।

আবুল ফজলৰ মতে যদিও আকবৰক এই সময়ত ৰাষ্ট্ৰনীতি আৰু শাসন ব্যৱস্থাৰ প্ৰতি বাহিৰত উদাসীন যেন দেখা গৈছিল, দৰাচলতে তেওঁৰ মন সততে সজাগ আৰু ব্যস্ত আছিল। এই সময়চোৱাত ৰাজ দৰবাৰ ষড়যন্ত্ৰ আৰু প্ৰতি-ষড়যন্ত্ৰেৰে পৰিব্যাপ্ত আছিল। ষড়যন্ত্ৰত লিপ্ত থকা কৰ্ম্মচাৰী আৰু অনুচৰবৰ্গৰ আলেখ-লেখ চাই সিহঁতৰ আনুগত্যৰ আন্তৰিকতা তেওঁ কৌশলেৰে পৰীক্ষা কৰিছিল। সূক্ষ্মদৰ্শী পৰ্য্যবেক্ষকে আকবৰৰ বিৰামহীন চাঞ্চল্য কৰ্ম্মব্যস্ততাৰ অন্তৰালত এক অদ্ভুত অসাধাৰণ বিষাদপ্ৰৱণতাৰ লক্ষণ হয়তো দেখা পাব। আনকি চৌদ্ধ বছৰ বয়সতে আকবৰে মনত আকস্মিকভাৱে জগতৰ প্ৰতি এটা অসন্তুষ্টিৰ ভাৱ নিজে অনুভৱ কৰিছিল। ১৫৫৭ খৃষ্টাব্দৰ কোনো এদিনাখন ওপকক্ত অসন্তুষ্টিৰ ভাৱে তেওঁৰ অন্তৰ অধিকাৰ কৰে। ঐহিক ভাৱ-চিন্তাৰে ভৰপূৰ অদূৰদৰ্শী বা স্থূলদৰ্শী মানৱৰ উপস্থিতি তেওঁ অসহ্য অনুভৱ কৰি সততে উঠি ফুৰা তেজীয়ান আৰু দুৰ্দ্ধৰ্ষ ইৰাকদেশীয় ঘোঁৰাটো আনিবলৈ হুকুম দিলে। কোনো চহীচ বা সহায়কাৰীক লগত নোলোৱাকৈ জনমানৱ শূন্য মৰু প্ৰান্তৰলৈ আগ্ৰাৰ পৰা ঘোঁৰা চলাই দিলে, যাতে তেওঁ মানৱৰ পৰা আঁতৰত নীৰৱ নিৰ্জনতা উপভোগ কৰিব পাৰে। মানৱৰ দৃষ্টিৰ বহিৰ্ভূত হৈ নিৰ্জন প্ৰান্তৰত ঘোঁৰাৰপৰা নামি "আল্লাৰ লগত নিভৃত আলাপ"ত নিমগ্ন হল। উদণ্ড ঘোঁৰাটো চকুৰ পচাৰতে চেকুৰি দূৰদিগন্তত অদৃশ্য হৈ গল। সমাধিষ্ঠ অৱস্থাত সেই মৰু প্ৰান্তৰত সকলশৰে আকবৰ কিছু সময় বৈ থাকিল। এইদৰে কিছু সময় থকাৰ পাছত তেওঁৰ অন্তৰাত্মা উপশান্ত হল আৰু পুনৰ সহজ বোধ কৰিলে। তেওঁ পুনৰ নিজত্ব ঘূৰাই পাই চাৰিওফালে এবাৰ চকু ফুৰালে। গহীন নীৰৱতাই তেওঁক আবৰি আছিল। লগত কোনো সহায় সাৰথি আৰু পুনৰ উভতি



যাবলৈ ঘোঁৰাটোও নাছিল। কিছু সময় তেওঁ হতবাক্ বা বিবুদ্ধি হৈ ব'ল। এনেতে "হয়বাণ" নামৰ ঘোঁৰাটো ভীষণ বেগত তেওঁৰ ফালে দৌৰি অহা দেখিবলৈ পালে। ঘোঁৰাটো আহি তেওঁৰ ওচৰত থিয় হলহি। বিস্ময়ান্বিত কোমল বয়সীয়া সম্ৰাটে ঘোঁৰাটোত উঠি নিজ তম্বুলৈ প্ৰত্যাৱৰ্ত্তন কৰিলে। লগৰ লগৰীয়াসকলৰ মাজলৈ উভতি গৈ, জাগতিক কাৰ্য্যত পুনৰ আত্মনিয়োগ কৰিবলৈ এই ঘটনাটোক ( ঘোঁৰাটো উভতি গৈ কাষত থিয় হোৱা ) স্বৰ্গীয় সঙ্কেত বুলি তেওঁ বিবেচনা কৰিলে।

চৌদ্ধ বছৰীয়া লৰা এটাৰ কাৰণে ই এটা বিস্ময়জনক অভিজ্ঞতা। কিন্তু ইয়াৰ আগতেই অৰ্থাৎ কাবুলত থাকোঁতে ইৰাণৰ ৰহস্যবাদী কৰি সকলৰ কৰিতাৰ ৰসভাণ্ডত আকবৰ আকণ্ঠ নিমজ্জিত হৈছিল। সেই ৰহস্যবাদে মনক বিশেষভাৱে প্ৰভাৱিত কৰিছিল। তেওঁৰ এই অদ্ভুত মানসিক অভিজ্ঞতাই পৰৱৰ্ত্তী তেনে ধৰণৰ অভিজ্ঞতাৰ পূৰ্ব্বাভাস দিছিল।

কিন্তু অলপ দিনৰ পাছতে খেল-ধেমালিৰ আনন্দত আকৌ তেওঁ নিমগ্ন হল। এইবাৰ হাতীখেলে তেওঁক আকৰ্ষণ কৰিলে। কাবুলত ঘোঁৰা, উট আৰু কুকুৰক লৈ নানা খেল খেলিছিল ; এতিয়া ভাৰতত এটা নতুন জন্তু পালে। হাতীৰ দৰে শক্তিশালী, বিৰাট কায় অথচ দ্ৰুতগতিশীল, আৰু বুদ্ধিমান জন্তু এটা পাই আকবৰ অতিশয় আনন্দিত হল। দুৰ্দান্ত, মাৰাত্মক আৰু ভয়াৱহ কাৰণেই এই জন্তুটোক পোহমনাই স্ব-ইচ্ছাৰ বশীভূত কৰি প্ৰৱল আনন্দ অনুভৱ কৰাৰ যুক্তিযুক্ততা তেওঁ দেখা পালে। এবাৰ কোনো এটা মদমত্ত হাতীয়ে মাউতক বধ কৰি আৰু আন সকলোকে খেদি যেতিয়া আতঙ্কৰ সৃষ্টি কৰিছিল, তেতিয়া ৰাজপ্ৰাসাদৰ প্ৰাঙ্গণত পায়চাৰি কৰি থকা আকবৰে

হঠাতে দেখা পাই হাতীটোৰ দাঁতত ভৰি দি হাঁহিমুখে মাউতৰ ঠাইত ৰহি ললে আৰু সেই উদণ্ড হাতীটোক আন এটা তেনে ধৰণৰ ভয়াৱহ হাতীৰ বিৰুদ্ধে যুদ্ধ লগাই দিলে। যুদ্ধ চলি থাকোঁতে সিটো হাতীৰ মাউতটোৱে যেতিয়া তাৰ হাতীটোক শাসন কৰিব নোৱাৰা হল তেতিয়া আকবৰে নিজৰটোৰ পৰা জঁপিয়াই আনটোৰ ওপৰত বহি ললে আৰু তাক বশলৈ নিলে। এই ঘটনা আৰু এনে ধৰণৰ শক্তি, সাহস আৰু কৌশলপূৰ্ণ কাৰ্য্যৰ উল্লেখ আবুল ফজলৰ বিৱৰণত পোৱা যায় আৰু পুতেক জাহাঙ্গীৰেও তেওঁৰ জীৱন-স্মৃতিত এনে ধৰণৰ পৰৱৰ্ত্তী বহুতো দুঃসাহসিক কাৰ্য্য উল্লেখ কৰিছে। আকবৰৰ শাৰীৰিক পৰাক্ৰমে সকলোৰে মনত যে কেৱল বিস্ময় আৰু প্ৰশংসাৰ ভাৱেই উদ্ৰেক কৰিছিল এনে নহয়, বহু সময়ত উদ্বিগ্নতাও সৃষ্টি কৰিছিল। এনে এটা দুঃসাহসিক কাৰ্য্যৰ পাছতে বাইৰাম খাঁই সিংহাসনৰ ওচৰত আঁঠুকাঢ়ি সম্ৰাটৰ জীৱন-ৰক্ষাৰ কাৰণে আল্লাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছিল। কাৰোবাৰ অমঙ্গলীয়া নজৰ লাগে বুলি বাইৰাম খাঁই ধন সোণ বিতৰণো কৰিছিল।

বাইৰাম খাঁ ইৰাণত অনুমোদিত ছিঁয়া সম্প্ৰদায়ৰ অন্তৰ্ভুৰ্ক্ত আছিল। এই কাৰণেই ভাৰতত প্ৰধানভাৱে প্ৰতিষ্ঠা লাভ কৰা চুন্নী সম্প্ৰদায়ৰ অন্তৰ্ভূৰ্ক্ত লোকসকলৰ তেওঁ অপ্ৰিয়ভাজন আছিল। কিন্তু সেইটোতকৈ তেওঁ অধিক অপ্ৰিয়ভাজন হৈছিল সম্ৰাটৰ ৰক্ষক আৰু তত্ত্বাৱধায়ক-ৰূপেহে। ৰাজদৰবাৰৰ কোনো কোনো তেওঁৰ ক্ষমতাৰ প্ৰতি প্ৰলুব্ধ হৈছিল আৰু সম্ৰাটক তেওঁলোকৰ অধীনলৈ নিবলৈ ইচ্ছা কৰিছিল। তদুপৰি বাইৰাম খাঁ তেতিয়াও ডেকা হৈয়ে আছিল, গতিকে সিংহাসনৰ প্ৰতি তেওঁৰ আকাঙ্ক্ষা নাছিল বুলি নিঃসন্দেহে কব পৰা অৱস্থা নাছিল। সম্ভৱতঃ তেওঁ তেনে আকাঙ্ক্ষাৰপৰা সম্পূৰ্ণ মুক্ত নাছিল।



বাইৰাম খাঁৰ যিবোৰ শত্ৰু গঢ়ি উঠিছিল সেইবোৰৰ ভিতৰত বৰ শক্তিশালী কেইগৰাকীমান অন্তেষপুৰৰ মহিলাক কাবুলৰপৰা দিল্লীলৈ লৈ অহা হৈছিল। এই সময়ত ৰাণীমাতা হামিদাৰ মাত্ৰ ত্ৰিশ বছৰ। জীৱনৰ বহুতো পৰিৱৰ্তন আৰু দুৰ্য্যোগৰ পাছত যেতিয়া পুতেকৰ সফলতা আৰু সাম্ৰাজ্যৰ স্থিৰতাৰ লক্ষণ দেখা পালে তেতিয়া ক্ষমতাৰ আস্বাদ গ্ৰহণ কৰিবলৈ তেৱেঁা ইচ্ছুক হৈ পৰিল। তেওঁৰ লগত আছে আকবৰৰ শিশুকালৰ প্ৰধান ধাত্ৰী মাহম-আনগা আৰু তেওঁৰ পুত্ৰ অধম খাঁ। মাহম-আনগা এগৰাকী উচ্চাকাঙ্ক্ষিণী বিবেকহীনা মহিলা আছিল।

বাইৰাম খাঁই হুমায়ুনৰ হৃতৰাজ্য উদ্ধাৰ কৰি দিছিল। তেওঁৰ সেনাপতিত্ব আৰু যুদ্ধকৌশল অবিহনে আকবৰে ৰাজ্য ৰক্ষা কৰিব নোৱাৰিলেহেঁতেন। আকবৰ স্বভাৱতে অকৃতজ্ঞ নাছিল, কিন্তু নিজৰ শক্তি-সামৰ্থ্য সম্পৰ্কে সচেতন হোৱাৰ কাৰণে বাইৰামে আৰোপ কৰা অযথা বাধা-নিষেধবোৰত তেওঁৰ খং উঠিছিল। বিশেষকৈ খৰচৰ কাৰণে প্ৰয়োজনীয় ধন নিদি অভাৱগ্ৰস্ত কৰি ৰখাৰ কাৰণে তেওঁ বেয়া পাইছিল। হিমুক পৰাজয় কৰি সিংহাসন নিষ্কণ্টক কৰাৰ পৰৱৰ্ত্তী তিনি বছৰত বাইৰাম খাঁৰ সঘন হস্তক্ষেপত তেওঁৰ অসহিষ্ণুতাৰ ক্ৰমে বৃদ্ধি পাইছিল। হেৰেমৰ মহিলাসকলে আৰু বাইৰাম খাঁই অসন্তুষ্ট কৰা বিষয়াসকলে আকবৰক এই বিষয়ত উচতাই দিছিল। স্বকীয় শক্তিৰ ওপৰত আস্থাশীল আৰু নিজকে অপৰিহাৰ্য্য বুলি ভবা সম্ৰাটৰ ৰক্ষকৰ লগত পৈত্ৰিক-সম্পত্তিৰ ওপৰত সম্পূৰ্ণ স্বত্ব সাব্যস্ত কৰিবলৈ উদ্‌গ্ৰীৱ আৰু স্বভাৱতে শক্তিমান নতুন সম্ৰাটৰ সংঘৰ্ষ হোৱাটো একপ্ৰকাৰ নিশ্চিত। দৰবাৰত ষড়যন্ত্ৰ পূৰ্ণোদ্যমে চলিবলৈ ধৰিলে আৰু বাইৰাম খাঁৰ বিৰুদ্ধে অনবৰতে অভিযোগ আহিবলৈ ধৰে। ১৫৬০

খৃষ্টাব্দত ষড়যন্ত্ৰই চৰম অবস্থা পায়গৈ। সেই চনত আকবৰে ওঠৰ বছৰ বয়সত ভৰি দিয়ে।

আকবৰৰ প্ৰধান ধাত্ৰী মহাম-অনাগাই বাইৰাম খাঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত আগভাগ লৈ সম্ৰাটক সম্পূৰ্ণভাৱে শাসনক্ষমতা নিজৰ হাতত লবলৈ উচতাই দিলে। বহুদিনৰপৰা হজ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰি থকা বাইৰাম খাঁৰপৰা শাসনক্ষমতা নিজৰ হাতলৈ নিয়াৰ দৃঢ় অভিমত জনাই তেওঁক মক্কালৈ যাবলৈ অনুৰোধ কৰি এখন পত্ৰ পঠাবলৈ আকবৰক মহাম-অনাগাই প্ৰৰোচিত কৰিলে। এইদৰেই বাইৰাম খাঁক ক্ষমতাচ্যুত কৰা হল। ইমানেই নহয়, এজন অবিশ্বাসী ভৃত্যৰ নেতৃত্বত বাইৰাম খাঁক মক্কাত আগবঢ়াই থৈ আহিবলৈ পাছে পাছে এদল সৈন্য পঠোৱাৰ ব্যৱস্থা হল। এনে ব্যৱস্থাত বাইৰাম খাঁ বিদ্ৰোহ কৰি উঠিল। কিন্তু তেওঁক পৰাজয় কৰি বন্দী অৱস্থাত সম্ৰাটৰ ওচৰলৈ অনাত ক্ষমা কৰা হল। তেওঁৰ সম্ভ্ৰম আৰু পদৰ মৰ্য্যাদা অনুসৰি উপযুক্ত সমলসহ মক্কালৈ যাবৰ কাৰণে যোগাৰ কৰি দিয়ে আৰু সেই-মতে সাগৰ-উপকূল উদ্দেশ্যে তেওঁ যাত্ৰা কৰে। কিন্তু তেওঁৰ হজ সম্পূৰ্ণ হবলৈ নাপালে। যাওঁতে বাটত পটন নামে ঠাইত এদল আফগানে আক্ৰমণ কৰি তেওঁক বধ কৰে। তেওঁৰ চাৰি বছৰীয়া লৰা আব্দুৰ ৰহমানক আকবৰৰ ৰাজপ্ৰাসাদলৈ লৈ অনা হয় আৰু সম্ৰাটৰ ছত্ৰছায়াত থাকি দৰবাৰৰ এজন শ্ৰেষ্ঠ সভাসদ হবলৈ তেওঁ সুযোগ লাভ কৰিলে। যি বাইৰাম খাঁৰ ওচৰত আকবৰ ধনে-প্ৰাণে ঋণী আছিল সেইজনৰ প্ৰতি কৰা অসদাচৰণৰ কাৰণে তেওঁ কিমান অনুতপ্ত হৈছিল তাক আমি আব্দুৰ ৰহমানৰ প্ৰতি দেখুৱা অনুগ্ৰহৰ পৰাই অনুমান কৰিব পাৰোঁ। দৰাচলতে বাইৰাম খাঁ সাহসী আৰু বিশ্বাসী যোদ্ধা আছিল। তেওঁৰ কৰ্ম্মনিপুণতা সন্দেহৰ অতীত আছিল। হয়তো



কিছু অহঙ্কাৰী আছিল, কিন্তু ঈৰ্ষান্বিতা নাৰী আৰু নীচ লোকৰ ষড়যন্ত্ৰৰ যূপকাষ্ঠত তেওঁ বলি হব লগা হ'ল।

মহাম-অনাগাই বিজয়ৰ আনন্দ কিছুদিন উপভোগ কৰিলে। কিছুদিন সম্পূৰ্ণভাবেই আকবৰ তেওঁৰ প্ৰভাৱৰ তলতীয়া হৈ থাকিল। কিন্তু বেছিদিন নাযাওঁতেই পুতেকৰ উন্নতিকল্পে দুৰাকাঙ্ক্ষাৰ বশৱৰ্ত্তী হৈ তেওঁ সীমা লঙ্ঘন কৰি প্ৰভাৱ খটাবলৈ আৰম্ভ কৰিলে।

৬

ইতিমধ্যে যুদ্ধক্ষেত্রব কৰ্ম্মপ্ৰচেষ্টাত নতুন সম্ৰাট প্ৰবৃত্ত হল। গোৱালিয়ৰ দুৰ্গৰ আত্মসমৰ্পণ আৰু জৌনপুৰ ৰাজ্যৰ চামিলকৰণে ৰাজ্যৰ সীমান্ত দৃঢ় কৰিলে। ইয়াৰ পাছত তেওঁ মালৱ জয় কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হল। বাজবাহাদুৰ নামৰ এজন সঙ্গীত আৰু সুৰাভক্ত ৰজাই মালৱত ৰাজত্ব কৰিছিল। মহাম-অনাগাৰ পুতেক অধম খাঁক মালৱ অভিযানৰ অধিনায়ক পাতি পঠোৱা হল। বাজবাহাদুৰৰ ৰূপমতী নামেৰে ৰূপ-গুণৰ কাৰণে প্ৰখ্যাত এগৰাকী ৰাণী আছিল। এই ৰূপমতী আৰু বাজবাহাদুৰৰ প্ৰণয় কথা বহুতো ভাৰতীয় গীত আৰু চিত্ৰত অঙ্কিত হৈছে। জোনালী নিশা পাহাৰৰ মাজে মাজে তেওঁলোক একেলগে ঘোঁৰাত উঠি বিচৰণ কৰা, নাইবা পৰ্ব্বতীয়া নিজৰাৰ দাঁতিত জিৰণি লোৱা দৃশ্য চিত্ৰত অঙ্কন কৰা দেখা পাওঁ। তেওঁৰ ভাগ্য নিৰ্ণয়-কাৰী যুদ্ধ আৰম্ভ হোৱাৰ আগতে বাজবাহাদুৰে, চিৰাচৰিত ভাৰতীয় ৰীতি অনুসৰি আদেশ দি থৈছিল যে যুদ্ধত পৰাজয় হলে ৰূপমতী আৰু আন কুঁৱৰীবিলাকক শত্ৰুৰ হাত পৰিবলৈ নিদি বধ কৰিব লাগিব। অৱশেষত যুদ্ধত তেওঁৰ পৰাজয় হয়। বিজয়ী সৈন্য নগৰত প্ৰৱেশ কৰাৰ লগে লগে ৰূপমতীৰ বুকতো ছুৰিকাঘাত কৰা হ'ল কিন্তু তেওঁ নমৰিল। অধম খাঁই ৰূপমতীৰ বিচাৰ লৈ নিজৰ স্ত্ৰী কৰি লবলৈ চেষ্টা কৰিলে, কিন্তু তেওঁৰ হাতৰপৰা ৰক্ষা পাবলৈ ৰূপমতীয়ে বিহ খাই আত্মহত্যা কৰিলে। অধম খাঁই যুদ্ধত বন্দী কৰা তিৰোতাবোৰ আৰু বয়বস্তু সকলো বাদছাহৰ দৰবাৰলৈ নপঠাই নিজে আত্মসাৎ কৰি থলে। বিজিত ৰাজ্যৰ প্ৰজাসমূহক ৰক্তপিপাসু আনন্দেৰে হত্যা কৰিলে।



অধম খাঁৰ তেনে ব্যৱহাৰত আকবৰৰ অতিশয় খং উঠিল আৰু তৎক্ষণাৎ তাৰ প্ৰতিবিধান কল্লে ব্যৱস্থা ললে। লৰালৰিকৈ আগ্ৰা এৰি তেওঁ বিপথগামী সৈন্যাধ্যক্ষক আকস্মিকভাৱে লগ ধৰে। হতভম্ব অধম খাঁই 'ভূ-হেৰোৱা পখিলা'ৰ দৰে আকবৰৰ ভৰিত দীঘল দি পৰিল। মাক মহাম-অনাগাই পুতেকৰ ৰক্ষাৰ্থে আকবৰৰ পাছে পাছে গৈ তেওঁলোকৰ বিৰোধ উপশম ঘটাবলৈ চেষ্টা কৰিলে আৰু এই কাৰ্য্যত তেওঁ সাময়িক সফলতাও লাভ কৰিলে। তেওঁ পুতেকক তিৰস্কাৰ কৰি সম্ৰাটৰ প্ৰাপ্যবস্তু ওভতাই দিবলৈ বাধ্য কৰিলে। কিন্তু অধম খাঁৰ স্বভাৱ সংশোধনৰ অতীত আছিল। মাক মহাম অনাগাৰ দুজনী পৰিচাৰিকাক উৎকোচ প্ৰদান কৰি বাজ বাহাদুৰৰ অন্তেষপুৰৰ পৰা আকবৰৰ হেৰেমলৈ স্থানান্তৰিত হব লগীয়া দুজনী অসামান্যা ধুনীয়া গাভৰুক আঁতৰাই থলে। তেওঁ ভাবিছিল যে যাত্ৰাৰ হুলস্থুলৰ মাজত আকবৰে এই কাৰ্য্য লক্ষ্য নকৰিব। কিন্তু তেওঁ ধৰা পৰিল, আকবৰে গাভৰু দুজনীক তেওঁৰ আগলৈ আনিবলৈ হুকুম দিলে। সম্ৰাটৰ আগত সিহঁত উপস্থিত হলে পুতেকৰ দুষ্কাৰ্য্য প্ৰকাশ হৈ পৰিব বুলি ভয় কৰি মহাম-অনাগাই সেই দুজনী গাভৰুকে গোপনে হত্যা কৰালে। মহাম-অনাগাৰ এই নিষ্ঠুৰ হত্যাকাণ্ড যদিও আকবৰে কেতিয়াও পাহৰা নাছিল তথাপি তেওঁক ক্ষমা কৰিছিল। সম্ৰাটৰ ওপৰত এই বয়সস্থা নাৰী গৰাকীৰ প্ৰভাৱ আৰু তেওঁৰ অসাধাৰণ বুদ্ধি কৌশলৰ চানেকি এই ঘটনাটোৱেই দাঙি ধৰে।

উভতি আহোঁতে বাটত পাঁচটা পোৱালিসহ এজনী বাঘিনীয়ে হাবিৰপৰা ওলাই সমদলটোক আক্ৰমণ কৰে। আকবৰে অকলশৰে সেই বাঘিনীৰ সম্মুখ হৈ, তেওঁৰ গা ৰখীয়া সৈন্যটোৱে ভয় আৰু শঙ্কাত বিবৰ্ণ পৰি চাই থাকোঁতেই, তৰোৱালৰে একে ঘাপতে বধ কৰে।

এই সময়তে আকবৰে প্ৰজাৰ মতামত বুজিবৰ কাৰণে ছদ্মবেশ ধাৰণ কৰি মাজে মাজে জনতাৰ মাজত বিচৰণ কৰিবলৈ লয়। আগ্ৰাত সমবেত হোৱা তীৰ্থযাত্ৰী আৰু আন লোকৰ এটা বিৰাট সমাগমৰ মাজত ছদ্মবেশত ৰাতি ঘূৰি ফুৰোঁতে এটা মুচাফিৰে তেওঁক চিনি পোৱা যেন দেখি তৎক্ষণাৎ মুখৰ আকৃতি বিকৃত কৰি আৰু চকু দুটা কেৰাকৈ এনে ৰূপ ধাৰণ কৰিলে যে শেষত সেই মুচাফিৰজনৰ অনুমান মিছা বুলি বিশ্বাস হল আৰু আকবৰেও সেই সুযোগতে তাৰপৰা লাহেকৈ আঁতৰি গল।

এনে নৈশ অভিযানবোৰ আকবৰৰ অসীম ঔৎসুক্যপূৰ্ণ স্বভাৱৰ স্বাভাৱিক প্ৰকাশ। কিন্তু এনে কাৰ্য্য কেৱল ঔৎসুক্যৰ অভিব্যক্তি বুলিলে আকবৰ-চৰিত্ৰৰ প্ৰতি সম্পূৰ্ণ ন্যায় বিচাৰ নহব। ৰাজদৰবাৰৰ চাটুকাৰ আৰু ষড়যন্ত্ৰকাৰীৰ দ্বাৰা পৰিবেষ্টিত হৈ নতুন সম্ৰাটৰ পক্ষে প্ৰজাসাধাৰণৰ সুখ দুখৰ প্ৰকৃত অৱস্থা নিজে চেষ্টা নকৰিলে আনৰ পৰা জানিবৰ সুবিধা নাছিল। সম্ৰাটৰ এই সময়ত বয়স কুৰি বছৰ পূৰ হোৱা নাছিল, কিন্তু তেওঁ প্ৰকৃত শাসক হবলৈ স্থিৰপ্ৰতিজ্ঞ আছিল। জ্ঞানী শাসক হবলৈ প্ৰজাসাধাৰণৰ অৱস্থা জনাটো নিতান্ত প্ৰয়োজন বুলি তেওঁ অনুভৱ কৰিলে। বাহ্যিকভাৱে খেল-ধেমালি আৰু চিকাৰত আসক্ত থকা যেন দেখুৱালেও, তেওঁ গভীৰভাৱে শাসন ব্যৱস্থাৰ কথা চিন্তা কৰিছিল, অৱশ্যে সভাসদবৰ্গক সেইভাৱ স্পষ্টভাৱে জানিবলৈ দিয়া নাছিল।

মহাম-অনাগাই নিজকে এই সময়ত ( বাইৰাম খাঁৰ অপসাৰণৰ পাছত ) সম্ৰাটৰ প্ৰধান মন্ত্ৰী বুলি বিবেচনা কৰিছিল। কিন্তু ১৫৬১ খৃষ্টাব্দত তেওঁ আৰু তেওঁৰ দলটোৱে এটা তীব্ৰ বাধা পায়।

চামচুদ্দিন খাঁ কাবুলৰপৰা আহি পোৱাত তেওঁক ৰাজস্ব, সৈন্য আৰু



ৰাজনৈতিক বিষয়ৰ ওপৰত কৰ্ত্তৃত্ব অৰ্পণ কৰা হল। মহাম-অনাগাক কৰ্ত্তৃত্বৰপৰা আঁতৰ কৰিলে। তেওঁৰ নিষ্ঠুৰ পুতেক অধম খাঁক মালৱৰ শাসনকাৰ্য্যৰ পৰা ওভতাই অনা হ'ল। সততে নিজৰ চকুৰ আগত ৰাখি সংশোধন কৰা উদ্দেশ্যেই আকবৰে তেওঁক মালৱৰপৰা মাতি আনিছিল। কিন্তু অলপ দিনৰ পাছতে তেওঁ পূৰ্ব্বৰ সকলো নিষ্ঠুৰ আৰু ধৃষ্টতাপূৰ্ণ কাৰ্য্য ম্লান পেলাই এটা নতুন ভয়াৱহ কাৰ্য্য সাধন কৰিলে। ১৫৬১ খৃষ্টাব্দৰ মে মাহৰ কোনো এদিন আকবৰে শুই থকা কোঠালিটোৰ কাষৰ এটা কোঠাতে প্ৰধান সচিব চামচুদ্দিন খাঁই কেইজনমান বিষয়াৰ লগত ৰাজকাৰ্য্যত ব্যস্ত আছিল। অধম খাঁই কেইটামান সৈন্যৰ আগে আগে গৈ সেই কোঠাত প্ৰৱেশ কৰে আৰু অশ্লীল গালি আৰু ভীতিসূচক কথাৰে চামচুদ্দিনক বধ কৰিবলৈ দুটা সৈন্যক ইঙ্গিত দিয়ে। সিহঁতে প্ৰধান সচিবক খোলা তৰোৱাল দাঙি খেদি যোৱাত তেওঁ কোঠাটোৰপৰা পলাই সাৰিবলৈ যত্ন কৰে, কিন্তু তৰোৱালৰ মাৰাত্মক আঘাতত কেইখোজমান গৈয়েই প্ৰাণ এৰে। এই বাৰ অধম খাঁ জিঘাংসু ভাৱেৰে আকবৰ শুই থকা কোঠাটোৰ ফালে আগবাঢ়ি যায়, ইতিমধ্যে চিঞৰ-বাখৰত আকবৰ সাৰ পাই উঠে। তেওঁৰ কোঠাৰ সম্মুখৰ দুৱাৰখন বন্ধ কৰি দিয়া হয় আৰু সশস্ত্ৰ প্ৰহৰীয়ে দুৱাৰ মুখত বাধা দিয়ে। ভিতৰত আকবৰক সকলো কথা জনোৱাত তেওঁ পাছ দুৱাৰেদি ওলাই যায়। যাওঁতে চামচুদ্দিন খাঁৰ ৰক্তাক্ত মৃতদেহটো দেখিবলৈ পায়।

চিৰিয়েদি নামি যাওঁতে অধম খাঁৰ লগত আকবৰৰ ভেটাভেটি হয়। অধমে সম্ৰাটৰ তৰোৱালখন কাঢ়ি লবলৈ চেষ্টা কৰোঁতে এটা ঘোঁচা মাৰি তেওঁক বগৰাই পেলাই দিয়ে। খণ্ডত অধীৰ হৈ তেওঁ অচেতন দুৰ্দ্দান্ত অধম খাঁক বান্ধি চিৰিৰপৰা তললৈ পেলাই দিবলৈ

হুকুম দিয়ে। কিন্তু আজ্ঞাৱহ ভৃত্য কেইটা আছিল ভয়াতুৰ ; ভয়ৰ বশৱৰ্ত্তী হৈ সিহঁতে সম্ৰাটৰ আদেশ নিখুঁতভাৱে পালন কৰিব নোৱাৰিলে। ফলত তললৈ পেলাই দিয়াৰ পাছতো অধম খাঁক জীৱিত অৱস্থাত দেখা গল। গতিকে সম্ৰাটৰ আদেশ ক্ৰমে তলৰপৰা ওপৰলৈ তুলি আনি পুনৰ্বাৰ সজোৰে তললৈ পেলাই দিয়াত মূৰৰ খোলা আৰু ডিঙি ভাগি খণ্ড-বিখণ্ড হ'ল।

ইয়াৰ পাছত তেওঁ অন্দৰ মহলত প্ৰৱেশ কৰে। পুতেকে অপৰাধ কৰি বন্দীশালত আবদ্ধ হোৱাৰ সংবাদ শুনিবলৈ পাই মহাম-অনাগাই ৰুগ্ন শৰীৰেৰে সম্ৰাটৰ ওচৰত ক্ষমাভিক্ষা কৰিবলৈ উপস্থিত হ'ল। সম্ৰাটে চমুকৈ উত্তৰ দিলে—"অধম খাঁই ৰাজমন্ত্ৰীক হত্যা কৰা কাৰণে তেওঁক শাস্তি দিয়া হ'ল।" দুৰ্ভগীয়া মহাম-অনাগাই তেতিয়াও জনা নাছিল যে পুতেকক বধ কৰা হৈছিল। সম্ৰাটৰ উত্তৰ শুনি বেচেৰীয়ে কেৱল অস্পষ্টভাৱে কোৱা শুনা গ'ল—'মহামান্য সম্ৰাটে ভালেই কৰিছে।' কিন্তু অলপ সময়ৰ পাছতে তেওঁ অধম খাঁৰ মৃত্যুৰ বাতৰি পালে। পুতেকক কেনেকৈ হত্যা কৰিলে সেই প্ৰশ্নৰ উত্তৰস্বৰূপে সমিধান পালে—"কেনেকৈ মৰিলে আমি কব নোৱাৰো, কিন্তু তেওঁৰ মুখত মুদ্গৰাঘাতৰ চিন পোৱা গৈছে।" মুখত মুদ্গৰাঘাত কৰা নাছিল, দৰাচলতে সেইটো আকবৰৰ মুষ্ট্যাঘাতৰ চিন। মহাম-অনাগাই দেখা শুনাকৈ পুতেকৰ হত্যাৰ প্ৰতিবাদ কৰিবলৈ সাহ নকৰিলে। কিন্তু অন্তৰত শত শত মাৰাত্মক অস্ত্ৰৰ তীব্ৰ আঘাত অনুভৱ কৰিবলৈ ধৰিলে। নিজৰ কোঠাত সোমাই অকলশৰে চকুলো টুকিলে। দুখ-বেজাৰত অসুখ ক্ৰমে বেছি হৈ দু-সপ্তাহৰ পাছত তেওঁৰ মৃত্যু হ'ল। অৱশেষত স্বাধীনভাৱে ৰাজ্যশাসন কৰিবলৈ আকবৰ সম্পূৰ্ণ মুক্ত হ'ল।

## ৭

আবুল ফজলৰ ভাষাত কবলৈ গলে মহাম-অনাগাৰ মৃত্যুৰ পাছত আকবৰ পৰ্দ্দাৰ আঁৰৰপৰা সম্পূৰ্ণভাৱে মুকলিমূৰীয়াকৈ ওলাই আহিল, আৰু শাসনৰ বাঘজৰী নিজ হাতত তুলি ললে। মহাম-অনাগাৰ কৰ্ত্তৃত্বাধীনত শাসনকাৰ্য্যত যি দুৰ্নীতি আৰু ৰাজস্ব আত্মসাৎ কৰা কুপ্ৰথা প্ৰচলিত হৈছিল, আকবৰে তাক সম্পূৰ্ণ বন্ধ কৰিলে আৰু সেই উচ্চাকাঙ্ক্ষিণী নাৰীৰ ষড়যন্ত্ৰত লিপ্ত থকা আৰু পুতেকৰ বিশ্বাস-ঘাতক কাৰ্য্য দেখিও নেদেখা ভাও জোৰা বিষয়াবিলাকক উদাৰতাৰে ক্ষমা কৰিলে। এই সময়তে সম্ৰাটে যুদ্ধত বন্দী হোৱা ভাৰতীয় সৈন্যক মুছলমান আক্ৰমণকাৰীসকলে দাসৰূপে গ্ৰহণ কৰা পূৰ্ব্বাপৰ প্ৰচলিত কুপ্ৰথা ৰাজকীয় অনুশাসনৰ দ্বাৰা উঠাই দিয়ে।

ওপৰুক্ত ঘটনাৰ কেবাছৰৰ আগতে ১৫৬২ খৃষ্টাব্দত, আকবৰে জয়পুৰ ৰাজ্যৰ এগৰাকী ৰাজকুমাৰীক বিয়া কৰায়, এওঁৱেই সম্ৰাটৰ উত্তৰাধিকাৰী জেহাঙ্গীৰৰ মাতৃ। ভাৰতৰ ভাগ্যৰ লগত আকবৰে নিজস্ব সত্তা মিলাই দিবলৈ কৰা প্ৰচেষ্টাৰ এই বিবাহেই প্ৰতীক বুলি কব পাৰি। তেওঁ এতিয়া বিদেশী আক্ৰমণকাৰী নহয়, ভাৰতী আইৰ পালিত পুত্ৰ। হিন্দু ৰাজকুমাৰীৰ লগত বৈবাহিক সম্বন্ধৰ সূক্ষ্ম প্ৰভাৱ বহু প্ৰকাৰে ফলপ্ৰসূ হৈছিল।

এই সময়তে গোৱালিয়ৰ ৰাজ্যৰ সুবিখ্যাত আৰু শ্ৰেষ্ঠ সঙ্গীতজ্ঞ তানসেনক আকবৰৰ দৰবাৰলৈ মাতি অনা হয়। তেওঁক অতিশয় সম্মান আৰু পুৰস্কাৰসহ ৰাজসভাত আদৰণী জনোৱা হয়। আকবৰে সঙ্গীত ভাল পাইছিল আৰু কিছু পৰিমাণে সঙ্গীত শিক্ষাও গ্ৰহণ কৰিছিল। তানসেন সম্ৰাটৰ বিশেষ প্ৰিয়পাত্ৰ হৈ পৰে। আন এজন

গায়ক আৰু সঙ্গীতজ্ঞ ৰাজা বীৰবল আকবৰৰ ঘনিষ্ঠ আৰু প্ৰিয় বন্ধুৰূপে পৰিগণিত হয়। সম্ৰাটে তেওঁৰপৰা কাহিনী আৰু খুহুতীয়া ৰসাল কথা শুনি বৰ ভাল পাইছিল।

এইবোৰ সত্বেও আকবৰে অন্তৰত এটা গভীৰ আঘাত অনুভৱ কৰিছিল। লৰালিকালৰ ধাত্ৰী মহাম-অনাগাৰ প্ৰতি তেওঁ অতিশয় অনুৰক্ত আছিল, এই কাৰণেই ধাত্ৰীপুত্ৰ অধমখাঁৰ অপৰাধ আৰু দোষ পৰাপক্ষত আওকাণ কৰিছিল আৰু চৰিত্ৰ শুধাবাৰৰ কাৰণে যথেষ্ট সুবিধা দিছিল। কিন্তু তথাপি বিশ্বাসঘাতকতা কৰি অধমখাঁই তেওঁকে হত্যা কৰিবলৈ ওলাইছিল। এই বিষয়ত অধমখাঁৰ মাক মহাম-অনাগা কিমান দূৰ অজ্ঞ আৰু নিৰপৰাধ আছিল কোনে কব? এজনৰ পাছত সিজনকৈ কেবাজনৰ ওপৰত তেওঁ বিশ্বাস স্থাপন কৰি দেখিবলৈ পালে যে প্ৰত্যেকজনেই বিশ্বাসঘাতক। নিজৰ ওপৰতে সম্পূৰ্ণ ভৰসা কৰাই উচিত বুলি তেওঁ বিবেচনা কৰিলে। ৰাজ্য-শাসনৰ বিৰাট বোজা তেওঁ অকলশৰে বহন কৰিব লগাত পৰিল। সেই বোজা কিমান মহৎ আৰু বিৰাট। আনহাতে সত্যৰ স্বৰূপ আৰু সত্যৰ সন্ধানেও তেওঁক আহুকাল দিয়েহি। আল্লাই সেই সত্যৰ সন্ধান তেওঁক দিবনে? মাজে সময়ে তেওঁ চিকাৰলৈ গৈ মাজ বাটতে লগ এৰা দি ভস্মাঙ্গলেপিত সন্ন্যাসী বা তপস্বীৰ কাষত তত্ত্বজিজ্ঞাসু দৃষ্টিৰে সত্যৰ সন্ধান কৰে, কিজানি আধ্যাত্মিক ৰোগৰ ঔষধ বিচাৰি পায়েই। নানা পণ্ডিত আৰু জ্ঞানীক তেওঁ প্ৰশ্ন কৰি চালে, কিন্তু মূল্যহীন আৰু অন্তঃসাৰশূন্য উত্তৰৰ বাহিৰে প্ৰকৃত সত্যৰ একো সন্ধান নাপালে। অৱশ্যে সেই কাৰণে তেওঁ তথাকথিত জ্ঞানী বা পণ্ডিতক তিৰস্কাৰ কৰা নাছিল। এতিয়া তেওঁৰ কুৰি বছৰ পূৰ্ণ হ'ল, কিন্তু জীৱনৰ কৃতকাৰ্য্যতা আৰু সফলতা সত্বেও একপ্ৰকাৰ আন্তৰিক তিক্ততা তেওঁ অনুভৱ কৰিছিল। "মহাপ্ৰস্থানৰ উপযুক্ত আধ্যাত্মিক পাথেয়ৰ অভাৱত মোৰ আত্মা বিষাদগ্ৰস্ত হৈ পৰিছিল" এই বুলি তেওঁ কৈছিল।



চৌদ্ধ বছৰ বয়সতে তেওঁ জন সমাগমৰপৰা আঁতৰি গৈ নিৰ্জ্জন মৰুভূমিৰ মাজত ৰহস্যৰ আলোক সন্ধান পাইছিল; তেওঁৰ সেই অভিজ্ঞতা অৱশ্যে আন্তৰিকতাপূৰ্ণ কৰ্ম্মবহুল ব্যৱহাৰিক অভিজ্ঞতাৰ-পৰা পৃথক আছিল। তথাপি এই অকলশৰীয়া অভিজ্ঞতাই তেওঁৰ প্ৰবৃত্তিৰ গভীৰ তলিত কি ভাৱ নিহিত আছিল তাৰ আভাস দিয়ে। সত্যৰ প্ৰতি আৰু আধ্যাত্মিক সত্তাৰ প্ৰতি তেওঁৰ অসীম তৃষ্ণা আছিল। কপটতা আৰু ভণ্ডামিয়ে তেওঁৰ চৰিত্ৰৰ ওপৰত প্ৰভুত্ব কৰিব পৰা নাছিল। সেই কাৰণেই আত্মাৰ বিশ্ৰাম স্থল এখন তেওঁ বিচাৰিছিল। ঈশ্বৰৰ ইচ্ছা বুজিবলৈ তেওঁ ইচ্ছা কৰিছিল আৰু সেই অনুসাৰে কাম কৰিবলৈকো কামনা কৰিছিল। কিন্তু সেই মহান ইচ্ছা বুজিবৰ উপায় কি? ইয়াক জানিবলৈ আকবৰে গোটেই জীৱনত অবিৰাম চেষ্টা কৰিছিল। গতিকে এখন বিশাল সাম্ৰাজ্যৰ গধুৰ বোজা বহন কৰি অকলশৰে আৰু অগণন প্ৰজাৰ সুখদুখৰ দায়িত্ব লৈ মাজে মাজে বিষাদ বা হতাশাৰ আৱেগ তেওঁ অনুভৱ কৰাত আচৰিত হবলগীয়া একো নাই।

আনকি সভাসদ আৰু বিষয়াবৰ্গৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰা অতি ভয়াৱহ দুঃসাহসিক কাৰ্য্যও নিজৰ শাৰীৰিক শক্তি আৰু কৌশলৰ আনন্দোচ্ছল ভাৱদ্বাৰা অনুপ্ৰাণিত হৈহে কৰিছিল এনে নহয়, বৰং তাতকৈ গভীৰ আন্তৰিক উদগনিৰ বশৱৰ্ত্তী হৈ কৰিছিল বুলি তেওঁ নিজেই কৈফিয়ৎ দি গৈছে। উদাহৰণ স্বৰূপে অতি ভয়ানক আৰু দুষ্ট কোনো হাতীৰ ওপৰত উঠি যেতিয়া সেই হাতীক আন এটা তেনে ধৰণৰ গুণ্ডা হাতাৰ বিৰুদ্ধে যুজ লগাই দি পৰাজিত হাতীটোক যমুনাৰ

বুকুৰ নাৱৰ সাঁকোৰ ওপৰেদি যেদি নিওতে নাওবোৰ অৰ্দ্ধ জলমগ্ন হৈছিল, তেতিয়া বিজয়ী হাতীৰ ওপৰত বহি যোৱা আকবৰে কেৱল নিজৰ শাৰীৰিক শক্তি আৰু কৌশলৰ কথাই ভাবিছিল এনে নহয়। হাতীযুজত তেওঁৰ মৃত্যু হোৱাটোৱেই কিজানি ঈশ্বৰৰ ইচ্ছা—এই কথাও ভাবিছিল। ঈশ্বৰৰ আদেশ বা অনুশাসনৰ বিৰুদ্ধে কেতিয়াবা জানো তেওঁ অপৰাধ কৰিছিল? যদি কৰিছিল, তেন্তে তেওঁ জীয়াই থকাৰ কোনো লাভ নাই। ঈশ্বৰৰ ওচৰত জগৰীয়া হয় যে নহয় আৰু মৃত্যু ঈশ্বৰৰ কাম্য হয়নে নহয় এইটোও তেওঁ এনে দুঃসাহসিক ঘটনাৰ মাজেদি পৰীক্ষা কৰি চাইছিল। মৃত্যুৰ মুখলৈ নিজকে ঠেলি দি তেওঁৰ মৰণ ঈশ্বৰৰ ইচ্ছা হয় নে নহয় সেইটো পৰীক্ষা কৰি চোৱা তেওঁৰ উদ্দেশ্য আছিল। যদি আচৰিতভাৱে তেওঁ ৰক্ষা পৰে তেন্তে তেওঁৰ মৃত্যু যে ঈশ্বৰৰ ইচ্ছা নহয় তাৰ প্ৰমাণ হব।

কিন্তু এনে আভ্যন্তৰীণ দ্বন্দ্ব তেওঁ বহিৰ্জগতৰ পৰা গোপন কৰি ৰাখিছিল। লোকদৃষ্টিত আকবৰ এনে কাৰ্য্যবদ্ধাৰা এজন পৌৰুষযুক্ত ডেকা ৰজারূপে পৰিগণিত হৈছিল। তেওঁৰ অসাধাৰণ শাৰীৰিক ক্ষমতাৰ উপৰি দৃঢ় সঙ্কল্প আৰু তীব্ৰ গতিৰ কাৰ্য্যদক্ষতাই তেওঁক পৰি-বেষ্টন কৰি থকা লোকসকলৰ মনত গভীৰ ৰেখাপাত কৰিছিল। য'ত মিত্ৰতকৈ কঠিন শত্ৰু বৃদ্ধি হোৱাৰ সম্ভাৱনাই অধিক আছিল তেনে ঠাইতো আকবৰৰ হিন্দু আৰু মুছলমানক সমান ন্যায় বিচাৰ দিয়াৰ দৃঢ় সঙ্কল্পৰ অভিব্যক্তিয়ে সৰহ সংখ্যক অনুগত মিত্ৰ লাভ কৰাত সহায় কৰিছিল।

তেওঁ গ্ৰহণ কৰা উদাৰ নীতিসমূহে হিন্দুসকলক অধিক পৰিমাণে তেওঁৰ অনুকূল কৰি তুলিছিল। ১৫৬৩ খৃষ্টাব্দত তেওঁ বাঘ চিকাৰ কৰিবলৈ গৈ মথুৰাত শিবিৰ স্থাপন কৰিছিল। মথুৰা হিন্দুৰ পৱিত্ৰ



ঠাই, তীৰ্থযাত্ৰীৰ সমাগমস্থল। এই ঠাইত তেওঁ গম পালে যে ভাৰতৰ সকলো হিন্দুৰ পৱিত্ৰ স্থানতে চৰকাৰে তীৰ্থযাত্ৰীৰপৰা এবিধ কৰ আদায় কৰে আৰু এই কৰৰপৰা ৰাজকোষলৈ কোটি কোটি টকা আহে। এই কথা জানি তেওঁৰ বৰ খং উঠে। হিন্দুৰ উপাসনা পদ্ধতি ভুল হব পাৰে, কিন্তু সেই পৱিত্ৰ স্থানত উপাসনা কৰিবলৈ সমবেত হোৱা যাত্ৰীসকলৰ ওপৰত কৰ বহুৱা নিশ্চয় ঈশ্বৰৰ অভিপ্ৰেত কাৰ্য্য নহয়। তৎকালে তেওঁৰ সাম্ৰাজ্যৰ সকলো পৱিত্ৰ ঠাইৰপৰা উক্ত কৰ উঠাই দিলে। এই সৎকাৰ্য্যত নিজে অতিশয় আনন্দিত হৈ মথুৰাৰপৰা আগ্ৰালৈ ছয়ত্ৰিশ মাইল বাট খোজ কাঢ়ি যাবলৈ আৰম্ভ কৰিলে। তেওঁৰ লগত একেলগে যাত্ৰা আৰম্ভ কৰা অনুগামীসকলৰ মাত্ৰ তিনি জনেহে পৰিশ্ৰান্ত হৈ একেদিনাই আগ্ৰাত উপস্থিত হলহি। ৰাজসভাৰ বিষয়াবৰ্গক শাৰীৰিক শক্তিতে ইমান পিছ পেলাইছিল, মানসিক শক্তিৰতো কথাই নাই।

ওপৰুক্ত ঘটনাৰ পাছৰ বছৰত, অৰ্থাৎ ১৫৬৪ খৃষ্টাব্দত, সেই একে উদাৰ নীতি অৱলম্বন কৰি অমুছলমান প্ৰজাবৰ্গৰ বয়ঃপ্ৰাপ্ত পুৰুষৰ ওপৰত লগোৱা জিজিয়া কৰ উঠাই দিয়ে। এই ক্ষেত্ৰতো ৰাজকোষৰ এটা শকত আয়ৰ বাট বন্ধ হল। পূৰ্ব্ববৰ্ত্তী সকলো মুছলমান শাসকৰ ঐতিহ্যৰ বিৰুদ্ধে, পৰামৰ্শদাতাসকলৰ মতৰ বিপৰীতে, ৰাজপৰিয়ালৰ ইচ্ছাৰ প্ৰতিকূলে আৰু কেবা শ বছৰীয়া ৰীতিৰ বিপৰীতে গ্ৰহণ কৰা এই উদাৰ নীতিক আকবৰৰ মনোবল আৰু বিচাৰ শক্তিৰ সবল প্ৰতিষ্ঠা বুলিব লাগে। বাইছ বছৰীয়া যুৱা সম্ৰাটৰ এনে কাৰ্য্যই সকলোকে আচৰিত কৰিছিল।

আমাৰ কাৰ্য্যাৱলী নিয়ন্ত্ৰিত আৰু পৰিসীমিত কৰাত পূৰ্ব্বাপৰ প্ৰচলিত ৰীতি-নীতিৰ প্ৰভাৱ অসীম। আমাৰ দৃষ্টিশক্তি আচ্ছন্ন

কৰাত ইয়াৰ প্ৰভাৱ অৱৰ্ণনীয়। পূৰ্ব্ববৰ্ত্তী যুগৰ লোকে নিজৰ ত্ৰুটি বিচ্যুতি সম্পৰ্কে অনৱহিত হৈ আচৰণ কৰা নৃশংস আৰু অন্যায় কাৰ্য্য দেখি পৰৱৰ্ত্তীযুগৰ লোক আচৰিত নহৈ নাথাকে। আমাৰ পিতামহসকলৰ কাৰ্য্য দেখি আমি যেনেকৈ আচৰিত হৈছো, তেনেকৈ আমাৰ অনুষ্ঠিত কাৰ্য্য দেখিও আমাৰ পৰৱৰ্ত্তী উত্তৰপুৰুষো আচৰিত নহৈ নাথাকিব।

স্বকীয় সত্তা আৰু কৰ্ত্তব্য সম্পৰ্কে সন্দেহত দুদোল্যমান আকবৰৰ আভ্যন্তৰীণ মনোকষ্টৰ কথা আমি আগতে লক্ষ্য কৰি আহিছোঁ। আল্লাৰ ইচ্ছা বুজিবলৈ চেষ্টা কৰি মাজে মাজে গভীৰ বিষাদপ্ৰৱণতাই তেওঁক আচ্ছন্ন কৰাও আমি দেখিছোঁ। ব্যষ্টিত সমষ্টি, নাইবা মানৱত বিশ্বাত্মাৰ প্ৰকাশ গভীৰভাৱে উপলব্ধি কৰি কেনেকৈ পূৰ্ব্বাপৰ নীতি নিয়ম উলঙ্ঘা কৰিছিল আৰু বয়োজ্যেষ্ঠ মন্ত্ৰণাদাতাসকলৰ মতামত আগ্ৰহ্য কৰিছিল সেইটোও আমি মন কৰি আহিছোঁ।

কিন্তু এইবাৰ তেওঁক এটা নতুন ৰূপত দেখা পাম। তেওঁৰ বহুমুখী ব্যক্তিত্বৰ ইয়ো এটা অন্যতম প্ৰকাশ। পূৰ্ব্বপুৰুষসকলৰ গৰম তেজ আৰু ভয়ানক জীৱনীশক্তি তেওঁৰ দেহত অপৰিসীম আৰু অদম্য শক্তিৰূপে সংক্ৰামিত হৈছিল। চিন্তাশীল ব্যক্তিৰূপে তেওঁ আছিল জ্ঞানী, উদাৰ, সহনশীল, ক্ৰান্তদৰ্শী আৰু নিজৰ চিন্তাক কাৰ্য্যত পৰিণত কৰিব পৰা কাৰ্য্যদক্ষ। কিন্তু অতিমাত্ৰাই কৰ্ম্মলিপ্ত আৰু তেজোদীপ্ত হোৱাৰ কাৰণে কেতিয়াবা কেতিয়াবা বৰ্ব্বৰোচিত ব্যৱহাৰ বা কাৰ্য্য কৰিবলৈকো তেওঁ কুণ্ঠিত নহৈছিল। সিংহাসনত দৃঢ়ভাৱে নিজকে প্ৰতিষ্ঠা কৰি আৰু কোনো অমাত্যৰে ওপৰত নিৰ্ভৰশীল নহৈ, তেওঁ ৰাজ্য জয় আৰু সাম্ৰাজ্য প্ৰসাৰত মনদিলে। মৃত্যুৰ লগে লগেহে এই সাম্ৰাজ্য বিস্তাৰ বা বিজয় অভিযানৰ অৱসান ঘটে। আধ্যাত্মিক আকাঙ্ক্ষাৰ লগত



যে দেশ জয় কৰাৰ হাবিয়াস সঙ্গতিহীন হৈ পৰে সেই ভাৱ তেওঁৰ মনলৈ নিশ্চয় অহা নাছিল। তেওঁৰ শাসন যে সকলোৰে পক্ষে হিতকাৰী আছিল সেই বিষয়েও তেওঁৰ অগাধ বিশ্বাস আছিল। যি ভাৰতবৰ্ষৰ ভাগ্যৰ লগত আত্মবিলোপ কৰিবলৈ তেওঁ নিশ্চয় কৰিছিল, সেই ভাৰতবৰ্ষ তেওঁৰ মঙ্গলময় শাসনৰ অধীনলৈ অহাটো ঈশ্বৰাভিপ্ৰেত বুলি তেওঁ নিঃসন্দেহে বিশ্বাস কৰিছিল। কিন্তু এই কথাও মনত ৰাখিব লাগিব যে তেওঁ দিল্লাৰ সিংহাসন অধিকাৰ কৰিছিল যুদ্ধ জয়ৰ বলতহে, টাইমুৰৰ ৰক্ত তেওঁৰ ধমনীত অনৰ্থক প্ৰৱাহিত হোৱা নাছিল। সেইকাৰণে কোনো কুণ্ঠাবোধ নকৰাকৈ বিনা কাৰণে ওচৰ-চুবুৰীয়া ৰাজ্যসমূহ আক্ৰমণ কৰি নিজৰ ৰাজ্যৰ লগত চামিল কৰিছিল। এই ক্ষেত্ৰত পুৰুষানুক্ৰমে চলি অহা ৰীতিকে সন্দেহাতীতভাৱে তেওঁ প্ৰয়োগ কৰিছিল।

শৰীৰৰ যেনেকৈ কৰ্ম্ম চঞ্চল আছিল তেনেকৈ তেওঁৰ মনো সততে ভাৱচঞ্চল আছিল। ধৰ্ম্ম সম্বন্ধীয় ভাৱনা আৰু আলোচনাত তেওঁ বৰ অনুৰাগ প্ৰদৰ্শন কৰিছিল, অৱশ্যে গভীৰ চিন্তাৰ ক্ষেত্ৰত তেওঁ দ্বিধাগ্ৰস্ত আৰু অনিশ্চিত আছিল। ধৰ্ম্মবিষয়ক ভাৱ আৰু আলাপ আলোচনাৰ প্ৰতি তেওঁৰ ৰুচি আৰু অনুৰাগ প্ৰকাশ পাইছিল সঁচা, কিন্তু এই বিষয়ত জন্মগত সহজাত প্ৰতিভা আৰু প্ৰবৃত্তি তেওঁৰ নাছিল। কিন্তু তাৰ বিপৰীতে শাৰীৰিক আৰু বাহ্যিক কৰ্ম্মৰ ক্ষেত্ৰত সহজাত প্ৰতিভা উদ্দীপ্তভাৱে প্ৰকাশ পাইছিল। জন্মগত প্ৰতিভাৰ গৰাকী হৈ যেনেকৈ চিত্ৰকৰে চিত্ৰত আৰু সঙ্গীতজ্ঞই সঙ্গীতত নিজকে নিবিষ্ট ৰাখি আনন্দ পায়, তেনেকৈ আকবৰে কৰ্ম্মত আত্মনিয়োগ কৰি আনন্দাপ্লুত হৈছিল। এই বিষয়ত তেওঁৰ পৰশ নিবিড়-নিশ্চিত আছিল আৰু স্বাভাৱিক প্ৰবৃত্তিয়ে তীব্ৰভাৱে কাম কৰিছিল। অদম্য

কৰ্ম্মপ্ৰেৰণা থকা আৰু জন্মগত ক্ৰীয়াশীল প্ৰতিভাবিশিষ্ট ব্যক্তিৰ ক্ষেত্ৰত আন মানুহৰ লগত সংঘৰ্ষৰ পথ ৰুদ্ধ নহৈ সততে মুকলি হৈ থাকে। তেনে লোকে যি কোনো উপায়ে আনক বশৱৰ্ত্তী বা দমন কৰাৰ প্ৰলোভন এৰিব নোৱাৰে। আকবৰৰ চৰিত্ৰ সম্পৰ্কে মন কৰিবলগীয়া বৈশিষ্ট্য এইটোৱেই যে আনক পৰাজয় বা দমন কৰাৰ প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ পাছত তেওঁৰ ব্যক্তিসত্তাই পুনৰ মানবীয় উদাৰ ভাৱলৈ প্ৰত্যাৱৰ্ত্তন কৰে। পৰাজিতসকলেও সহজে আধিপত্য স্বীকাৰ কৰি তেওঁৰ শাসন মানি লৈছিল। জুলিয়াচ চিজাৰৰ গল দেশ আক্ৰমণ নিষ্ঠুৰ ৰক্তপাতেৰে আৰম্ভ হৈ পাছলৈ যেনেকৈ উত্তৰপুৰুষৰ কাৰণে হিতকাৰক হৈ পৰিছিল, সেইদৰে আকবৰৰ বিজয় আক্ৰোমণো ৰক্তপাত আৰু নিষ্ঠুৰতাৰে পৰিপূৰ্ণ হলেও পাছলৈ 'বহুজনহিতায়' হৈছিল। অৱশ্যে চিজাৰৰ গল দেশ আক্ৰমণ-প্ৰসঙ্গত আমাৰ সহানুভূতি যেনেকৈ ৱাৰ্চিনেটৰিয়েহে আকৰ্ষণ কৰে. চিজাৰে নহয়, তেনেকৈ গণ্ডোৱানাৰ ৰাণী দুৰ্গাৱতীয়েহে আমাৰ সহানুভূতি উদ্ৰেক কৰে, আক্ৰমণকাৰী আকবৰে নহয়।

দুৰ্গাৱতীয়ে গণ্ডোৱানাৰ নাবালক ৰজাৰ হৈ ৰাজপ্ৰতিনিধিৰূপে শাসন কৰিছিল, আৰু কাৰ্য্যত সেই ৰাজ্যৰ মহাৰাণীয়েই আছিল। দুৰ্গাৱতী মহিয়সী বীৰাঙ্গনা আছিল আৰু বহু যুদ্ধত অৱতীৰ্ণ হৈছিল। সেই সকলোবোৰ যুদ্ধতে তেওঁ জয় লাভ কৰিছিল। তেওঁ বাঘ চিকাৰ কৰিছিল; লক্ষ্য তেওঁৰ অব্যৰ্থ আছিল। তদুপৰি তেওঁ আছিল এগৰাকী ন্যায়পৰায়ণা আৰু সুদক্ষা শাসনকৰ্ত্ৰী। প্ৰজাবিলাকৰো তেওঁ অতিশয় প্ৰিয়পাত্ৰী আছিল। আকবৰে তেওঁৰ ৰাজ্য জয় কৰিবলৈ সেনাপতি আচফ খাঁক নিযুক্ত কৰে। এই কাৰ্য্যত আচফ খাঁ সফল হয় আৰু দুৰ্গাৱতীক পৰাভূত কৰে। দুৰ্গাৱতীৰ সৈন্যবোৰেও



ক্ৰমে তেওঁক পৰিত্যাগ কৰি মোগলৰ লগ লাগে। সৰ্ব্বশেষৰ যুদ্ধত শত্ৰুপক্ষৰ দুডাল কাড়ৰদ্বাৰা বিদ্ধ হৈ শত্ৰুৰ হাতত বন্দী হোৱাৰ আগতে দুৰ্গাৱতীয়ে আত্মহত্যাৰ পথকে শ্ৰেয়স বুলি বাচি লয়। অপ্ৰাৱিত ধন-সোণ আচফ খাঁৰ হস্তগত হয় আৰু তাৰ সৰহভাগেই ৰাজ কোষলৈ নপঠাই তেওঁ নিজৰ নিমিত্তে ৰাখে।

"ৰজাৰ সদাই ৰাজ্য জয়ৰ প্ৰতি ধাউতি থাকিব লাগে, নহলে শত্ৰুৱে লাই পাই বিৰুদ্ধাচৰণ কৰে"—এইটো আকবৰৰ এটি লিপিবদ্ধ সবল উক্তি। যুযুৎসুসকলে যুদ্ধত অৱতীৰ্ণ হোৱাৰ এশ এটা কাৰণ সহজে বিচাৰি লয়। কিন্তু আকবৰৰ যুদ্ধাভিযানসমূহৰ উদ্দেশ্য প্ৰধানকৈ সাম্ৰাজ্য বিস্তাৰ আছিল যদিও, যুদ্ধত নমাৰ তেওঁৰ অন্য যথেষ্ট যুক্তি আছিল। তেওঁ যদি সিংহাসন অধিকাৰ কৰি তাতেই সন্তুষ্ট হৈ আগ্ৰাতে নিজকে আবদ্ধ ৰাখি হাতসাৱটি বহি থাকিল-হেঁতেন তেন্তে তেওঁ সততে আত্মৰক্ষা বা প্ৰতিৰক্ষাতে লিপ্ত হৈ থাকিব লগা হলহেঁতেন। ইফালে নহয় সিফালে সততে তেওঁ বিদ্ৰোহ দমন কৰিব লগা হৈছিল। সিংহাসন বিচৰা প্ৰতিদ্বন্দ্বীও যথেষ্ট আছিল। আনকি ৰাজ্য লাভৰ বহুবছৰৰ পাছত, ১৫৮১ খৃষ্টাব্দতো বৰ ক্ষিপ্ৰ উপায় অৱলম্বন কৰিহে সাম্ৰাজ্য ৰক্ষা কৰিবলৈ তেওঁ সক্ষম হৈছিল।

সমস্ত ভাৰতবৰ্ষক সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিবলৈ আকবৰে প্ৰথমৰ পৰাই সঙ্কল্প লৈছিল নে, ইখনৰ পাছত সিখন ৰাজ্য জয় কৰি এডেও-দুডেও কৈ সাম্ৰাজ্য-লিপ্সা বৃদ্ধি পাই ক্ৰমে গোটেই ভাৰতকে সামৰি লবলৈ প্ৰয়াস কৰিছিল সেই কথা সঠিকভাৱে জনা নাযায়। সি যি নহওক, পৰিণতি কিন্তু একেই।

ৰাজপুতশক্তিৰ কেন্দ্ৰস্বৰূপ চিতোৰে আকবৰৰ অন্তৰত কাঁইটৰ

দৰে বিন্ধিছিল। তেওঁ গোটেই উত্তৰ ভাৰত নিজৰ কৰতলগত কৰিবলৈ ইচ্ছা কৰিছিল, কিন্তু দুই এজন বাদে সৰহভাগ ৰাজপুত নায়ক তেওঁৰপৰা গৰ্ব্বভাৱে আঁতৰি আছিল আৰু পৰ্ব্বতীয়া দুৰ্গবোৰত আত্মৰক্ষা কৰি তেওঁৰ শক্তিক স্পৰ্দ্ধাৰে অগ্ৰাহ্য কৰিছিল।

১৫৬৭ খৃষ্টাব্দৰ নৱেম্বৰ মাহত আকবৰে চিতোৰ অৱৰোধ কৰে। আঠ মাইল পৰিধিৰ ওখ টিলাময় শিলনিৰ ওপৰত চিতোৰ অৱস্থিত। সেই ওখ শিলনিৰ ওপৰত প্ৰতিষ্ঠিত নগৰখন চাৰিকাষে সুৰক্ষিত প্ৰাচীৰেৰে পৰিবেষ্টিত আছিল। নগৰখন স্মৃতিসৌধ আৰু অট্টালিকাৰে পৰিপূৰ্ণ আছিল। পানীৰ সৰবৰাহো যথেষ্ট আছিল। মেৱাৰৰ ৰাজপুতসকল শৌৰ্য্য আৰু ঔদাৰ্য্যগুণৰ কাৰণে বিখ্যাত আছিল। আকবৰে আক্ৰমণ কৰাৰ সময়ত ভাগ্যদেৱী মেৱাৰৰ প্ৰতি দৰাচলতে অপ্ৰসন্ন আছিল, কাৰণ মোগলশক্তি আৰু আকবৰৰ সেনাপতিত্বক প্ৰতিৰোধ কৰিব পৰা দক্ষতা সেই সময়ৰ মেৱাৰৰ অপদাৰ্থ ৰাণা উদয়সিংহৰ নাছিল। তেওঁ কাপুৰুষ আছিল, ৰাজপুত নামৰ সম্পূৰ্ণ অযোগ্য আছিল। আকবৰ সসৈন্যে চিতোৰ অভিমুখে আগবাঢ়ি অহা শুনিয়েই উদয়সিংহই পলাই দূৰণিত আশ্ৰয় ললে। জয়মল ৰাঠোৰ নামে এজন ৰাজপুত চৰ্দ্দাৰে চিতোৰ প্ৰতিৰক্ষাৰ ভাৰ গ্ৰহণ কৰে। অতি সতৰ্কতা অৱলম্বন কৰি প্ৰণালীবদ্ধভাৱে আকবৰে চিতোৰ দুৰ্গ অৱৰোধ কৰিলে। দুৰ্গ অৱৰোধ আৰু আক্ৰমণৰ প্ৰয়োজনীয় বৰতোপবোৰ থিয় পৰ্ব্বতীয়া পথে দি শাৰী শাৰী বলধ যুটি কঢ়িয়াই নিয়া হ'ল। দুৰ্গৰ ওপৰত প্ৰত্যক্ষ আক্ৰমণ চলাই বাৰে বাৰে ব্যৰ্থ হব লগা হ'ল। ডিচেম্বৰ মাহত দুৰ্গৰ প্ৰাচীৰত দুটা বিস্ফোৰক উবাজুবাকৈ ফুটাই দিয়াৰ ফলত প্ৰথম বিস্ফোৰকে উলিয়াই দিয়া সুৰুঙাই দি প্ৰৱেশ কৰিবলৈ যাওঁতে এদল সৈন্যক দ্বিতীয় বিস্ফোৰকে নিঃচিহ্ন কৰি



পেলালে। গতিকে বিস্ফোৰকে ভাঙি পেলোৱা প্ৰাচীৰৰ অংশটো পুনৰ মেৰামত কৰি আক্ৰমণ প্ৰতিৰোধ কৰা হ'ল। গতিকে অৱৰোধকাৰী সৈন্যবোৰ দুৰ্গ-অভিমুখে নিৰাপদে আগবাঢ়ি যাবৰ কাৰণে সুবেষ্টিত এটি পথ উলিয়াই লব লগা হ'ল আৰু তাক ক্ৰমে সুৰক্ষিত কৰি যাব লগা হ'ল।

তেইশ ডিচেম্বৰৰ দিনা সেই সুপৰিবেষ্টিত পথৰ সুৰুঙাই দি আকবৰে চিতোৰ দুৰ্গৰ প্ৰতিৰোধকাৰী সৈন্যক ভঙা প্ৰাচীৰ মেৰামতি কৰিবলৈ নিৰ্দ্দেশ দি থকা চকুত লগা বীৰ এজনক প্ৰাচীৰৰ ওপৰত দেখা পালে। আকবৰে সন্তৰ্পণে সেই বীৰজনক লক্ষ্য কৰি বন্দুকৰ গুলী এৰি দিয়ে, আৰু নিমিষতে তেওঁক ধৰাশায়ী কৰে। তাৰ অলপ পাছতে অৱৰোধকাৰী সৈন্যবিলাকে নগৰৰ ভিতৰত ঠায়ে ঠায়ে বিৰাট অগ্নিশিখা জ্বলি উঠা দেখিবলৈ পালে। কিন্তু সেই অগ্নিশিখানো কিয় প্ৰজ্জ্বলিত হৈছিল তাৰ কিন্তু কাৰণ কোনেও বুজিব নোৱাৰি ইজনে সিজনৰ মুখলৈ চাবলৈ ধৰিলে। এনেতে মোগল সৈন্যদলত অন্তৰ্ভুক্ত হোৱা আৰু আকবৰৰ লগত বৈৱাহিকসূত্ৰে মিত্ৰতা স্থাপন কৰা ৰাজপুতকোঁৱৰ ভগবান দাসে বুজাই কলে যে ৰাজপুত সেনাপতি বা ৰজাৰ মৃত্যুত তেওঁৰ পত্নীসকলে বংশ মৰ্য্যাদা আৰু আত্মসম্মান ৰক্ষা কৰিবলৈ প্ৰজ্জ্বলিত অগ্নিত তেনেকৈ আত্মাহুতি দিয়ে। ইয়াকে 'জওহৰ' বুলি কোৱা হয়। ভগবান দাসৰ এই কথাৰপৰা সৈন্যবোৰে বুজিব পাৰিলে যে আকবৰৰ গুলীয়ে চিতোৰ দুৰ্গৰ অধিনায়ক জয়মল্ল ৰাঠোৰক ধৰাশায়ী কৰিলে। ইমানতে দুৰ্গৰ প্ৰতিৰোধো শেষ হল, কাৰণ ভাৰতবৰ্ষৰ যুদ্ধত সেনাপতি বা ৰজাৰ পতন মানেই সৈন্যদলৰো পৰাজয় বুজায়। দলে দলে ৰাজপুত বীৰ দুৰ্গৰপৰা ওলাই আহি চিতোৰ ৰক্ষাৰ কাৰণে যুজত জপিয়াই পৰিল। বয়সস্থা আৰু কোমল

বয়সীয়া ৰাজপুত ৰমণীসকলেও পুৰুষবিলাকৰ লগতে যুদ্ধত যোগ দিলে, কিন্তু সকলো ব্যৰ্থ হ'ল। পাছ দিনা ৰাতিপুৱা হাতীৰ ওপৰত উঠি আকবৰে সসৈন্যে চিতোৰ দুৰ্গত প্ৰৱেশ কৰে ; কিন্তু ভিতৰতো ৰাজপুত সকলৰ মৰোঁ-জিওঁ সোঁ অধিক প্ৰতিৰোধৰ সম্মুখীন হব লগা হ'ল। আঠ হেজাৰ ৰাজপুত সৈন্যই জাতীয় সন্মান আৰু মৰ্য্যাদা ৰক্ষাৰ্থে যুদ্ধ কৰি প্ৰাণত্যাগ কৰে। ৰাজপুতসকলৰ এনে আকোঁৰগোজা প্ৰতিৰোধত আকবৰৰ বৰ খং উঠিছিল। সেই কাৰণে সাধাৰণতে তেওঁ পৰাজিত শত্ৰুৰ প্ৰতি প্ৰদৰ্শন কৰা উদাৰতা এই ক্ষেত্ৰত নেদেখুৱালে। তেওঁৰ আদেশ মতে হেজাৰ হেজাৰ ৰাজপুতক হত্যা কৰা হ'ল।

এই পৰ্য্যন্ত কোনো আক্ৰমণকাৰীয়েই ৰাজপুতসকলক তেওঁলোকৰ সুদৃঢ় দুৰ্গত পৰাজয় কৰিব পৰা নাছিল। প্ৰসিদ্ধ আৰু পৱিত্ৰ চিতোৰ দুৰ্গৰ পতন আৰু তাৰ পাছত সংঘটিত হোৱা হত্যাকাণ্ডৰ কথা ৰাজপুত সকলে কেতিয়াও পাহৰিব পৰা নাছিল। কিন্তু তেওঁলোকৰ বীৰত্ব-সূচক প্ৰতিৰোধে মোগল সৈন্যৰ মনত বিশেষভাৱে ৰেখাপাত কৰিছিল। বাকদত্তা কন্যা আৰু মাকৰ সৈতে চিতোৰ ৰক্ষাৰ্থে যুদ্ধত প্ৰাণত্যাগ কৰা ষোল বছৰীয়া কোঁৱৰ পট্ট আৰু অধিনায়ক জয়মল্লৰ দুটা প্ৰতিকৃতি আকবৰে নিৰ্ম্মাণ কৰাই দিল্লীত স্থাপন কৰে।

## ৮

এই পৰ্য্যন্ত সকলো বিষয়ত সাফল্যলাভ কৰা সত্বেও ভাগ্য দেৱীয়ে আকবৰক এটা বিষয়ত বঞ্চিত কৰি ৰাখিছিল ; তাক লাভ কৰিবলৈ তেওঁৰ অতিশয় হেঁপাহো আছিল। তেওঁৰ কেবা গৰাকী পত্নী আছিল যদিও, পুত্ৰ-সন্তান নাছিল। অৱশ্যে যমজ সন্তান দুটা হৈছিল কিন্তু কেঁচুৱা অৱস্থাতে দুয়োটা মৰে। বহু পৱিত্ৰ স্থানলৈ তেওঁ তীৰ্থযাত্ৰা কৰিলে, আল্লাৰ উদ্দেশ্যে বহুতো তুতিনতি বা প্ৰাৰ্থনা জনালে, তথাপি জীৱনৰ আধৰুৱা কাৰ্য্য সম্পূৰ্ণ কৰিব পৰা আৰু জীৱনৰ শ্ৰেষ্ঠ বৰ বা আশীৰ্ব্বাদ স্বৰূপ সন্তানৰ পৰা আকবৰ বহুদিন বঞ্চিত আছিল। আগ্ৰাৰ পৰা কুৰি মাইল মান দূৰৰ শিক্ৰি নামৰ ঠাইৰ ওখ শিলনিৰ ওপৰত শেখ ছেলিম নামে এজন সাধু পুৰুষ বা পীৰ বাস কৰিছিল। সেই পীৰে ভৱিষ্যদ্বাণী কৰিছিল যে আকবৰৰ প্ৰাৰ্থনা মঞ্জুৰ কৰি আল্লাই তিনিটি সন্তান তেওঁক দান কৰিব। জয়পুৰ ৰজাৰ জীয়ৰী তেওঁৰ ৰাজপুত পত্নী অন্তঃসত্বা বুলি যেতিয়া আকবৰে শুনিবলৈ পালে তেতিয়া ভৱিষ্যদ্বাণী কৰা পীৰ ছেলিমৰ কাষতে যাতে মহাৰাণীয়ে প্ৰসৱ কৰিব পাৰে সেই উদ্দেশ্যে অন্তঃসত্বা ৰাণীক শিক্ৰি নামৰ ঠাইলৈ পঠাই দিয়ে। ১৫৬৯ চনৰ আগষ্ট মাহত সেই ঠাইতে এটি পুত্ৰ-সন্তান জন্ম হল ; পীৰ ছেলিমৰ নামানুসাৰে লৰাটিৰো নাম ৰখা হল ছেলিম। তাৰ পাছৰ বছৰৰ জুন মাহত তেওঁৰ উপপত্নীৰ যোগেদি আন এটি সন্তান জন্ম হ'ল, নাম দিলে মুৰাদ। দুটা পুত্ৰ সন্তান লাভ কৰি আকবৰ অতিশয় আনন্দিত হ'ল। পুতেক দুজনৰ ভৱিষ্যত স্বভাৱ-চৰিত্ৰ তেওঁ জানিব পৰাহেঁতেন সেই আনন্দ কিছু ম্লান নহৈ নাথাকিলহেঁতেন।

তুজনকৈ পুত্ৰ লাভ কৰা সেই ঠাইক পৱিত্ৰ জ্ঞান কৰি আকবৰে তাতে নতুন ৰাজধানী স্থাপন কৰিবলৈ পৰিকল্পনা কৰিলে। নতুন ৰাজধানীৰ নিৰ্ম্মাণকাৰ্য্য লগে লগে আৰম্ভ হ'ল আৰু চৌদ্ধ বছৰ সেই নিৰ্ম্মাণকাৰ্য্য চলিল। ৰাজপ্ৰাসাদ, মচজিদ, স্নানাগাৰ, উদ্যান, পঢ়াশালি, পলোখেলা আৰু হাতীযুজৰ পথাৰ আদি বিবিধ অনুষ্ঠান গঢ়ি উঠিল। নগৰখন পৰিবেষ্টন কৰি লালপাথৰৰ ওখ প্ৰাচীৰ নিৰ্ম্মাণ কৰা হ'ল। নগৰখনত পানী যোগাবৰ কাৰণে ছয় মাইল দীঘল এখন কৃত্ৰিম হ্ৰদ খনোৱা হ'ল। গুজৰাট জয় কৰাৰ পাছত এই নব-নিৰ্ম্মিত ৰাজধানীৰ নামকৰণ কৰা হ'ল ফতেপুৰ শিক্ৰি অৰ্থাৎ বিজয় নগৰ। নগৰৰ মচজিদৰ বিৰাট তোৰণত এই বাণী খোদিত কৰি দিয়া হ'ল—'প্ৰভু যিচুৱে এইদৰে কৈছে, তেওঁৰ শান্তি হওক ; 'জগতখন এডাল সাঁকো, তাৰ ওপৰেদি পাৰ হৈ যোৱা, কিন্তু তাত ঘৰ নাসাজিবা।'

আকবৰৰ ক্ষিপ্ৰ আৰু তীব্ৰ শক্তিৰ লগত সমানে খোজ মিলাই নগৰৰ প্ৰাচীৰ, মিনাৰ আৰু সৌধসমূহে যেন মূৰ দাঙি উঠিব পৰা নাছিল। সমৰখণ্ডৰ টাইমূৰৰ দৰে তেৰোঁ নগৰ নিৰ্ম্মাতা আৰু কাৰু-শিল্পীসকলৰ কাষত থিয় হৈ প্ৰত্যেক কাৰ্য্য বিশদভাৱে পৰিদৰ্শন কৰিছিল। নিৰ্ম্মাণকাৰ্য্য তেওঁৰ জীৱনৰ প্ৰধান ৰাগীত পৰিণত হৈছিল! নিৰ্ম্মাণ কাৰ্য্যত ব্যৱহাৰ হোৱা ৰঙা পাথৰবোৰৰ মাজেদি তেওঁ কাল্পনিক দৃষ্টিৰে দেখিবলৈ পাইছিল নিৰ্ম্মিয়মান আট্টালিকাৰ ভৱিষ্যত ৰূপ, তাৰ স্তম্ভবোৰৰ আকৃতি, চৌকাথ আৰু কাৰ্নিচৰ পৰিপূৰ্ণাঙ্গ সৌন্দৰ্য্য। কেতিয়াবা মিস্ত্ৰী আৰু বনুৱাবোৰৰ লগত উৎসাহৰ আতিশয্যত তেওঁ নিজেই পাথৰ ভঙা কামত লাগি গৈছিল। নগৰৰ অট্টালিকাসমূহ এইকাৰণেই অস্বাভাৱিক গতিত নিৰ্ম্মাণ হবলৈ ধৰিলে। আকবৰে যেন অনবৰতে শুনিবলৈ পাইছিল "কালৰ পাখী লগা ৰথ কাষ চাপি আহিছে"। অন্তৰত যেন ভৱিষ্যত অশুভসূচক সতৰ্কবাণী উপলব্ধি কৰিছিল যে তেওঁৰ সকলো বিলাস আৰু জাকজমকতা ধ্বংসশীল। তেওঁৰ মনত আৰু ধাৰণা হৈছিল যে মচজিদৰ বিৰাট তোৰণত খোদিত ৰখা কথাষাৰেই বিধাতাৰ যেন বিচাৰোক্তি আৰু তেওঁৰ দ্বাৰা নিৰ্ম্মিত বা প্ৰতিষ্ঠিত সকলোবস্তু ছয়াময়া সপোনৰ দৰেই যেন অলীক। এছিয়া মহাদেশৰ প্ৰধান সাংস্কৃতিক কেন্দ্ৰ আৰু পৃথিৱীৰ অন্যতম বিলাসিতাপূৰ্ণ নগৰ ফতেপুৰ শিক্ৰি যেনেকৈ আকবৰে হঠাতে ৰাজধানী ৰূপে পৰিকল্পনা কৰি নিৰ্ম্মাণ কৰিছিল, সেইদৰে আকস্মিকভাৱে এদিন পৰিত্যাগো কৰিলে। অস্বাস্থ্যকৰ জলবায়ু নে, পানী যোগানৰ অসুবিধা কোনটো কাৰণত নগৰখন পৰিত্যাগ কৰিব লগা হ'ল সঠিককৈ কোৱা নাযায়। সম্ভৱতঃ দুয়োটাই, কিন্তু ইয়াৰ উপৰিও আৰু এটা কাৰণ হয়তো আছিল, যিটো প্ৰকৃততে কাৰণ বুলিব নোৱাৰি। হয়তো অন্ধ সংস্কাৰ নাইবা মনত উদয় হোৱা কোনো যুক্তিহীন ধাৰণাৰ বশবৰ্ত্তী হৈ আকবৰে নগৰ-পৰিত্যাগৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল।



ভাৰতত প্ৰথম পদাৰ্পণ কৰা ইংৰাজ পৰ্য্যটক এজনৰ বৰ্ণনা মতে ফতেপুৰ শিক্ৰি লণ্ডন মহানগৰীতকৈ ডাঙৰ, জনবহুল আৰু ইৰান আৰু আন অভাৰতীয় সাউদৰ সমবেতস্থলী আছিল। তাত বিভিন্ন ধৰণৰ পাট, ৰেচম, হীৰা, মুক্তা, পদ্মৰাগ মণি আদি বহুমূলীয়া পাথৰৰ ব্যৱসায় চলিছিল। কিন্তু যেতিয়া ৰাফ্ ফিট্‌চে ( Ralph Fitch ) এই নগৰ পৰিভ্ৰমণ কৰে তেতিয়া ই প্ৰায় পৰিত্যক্ত অৱস্থাত, কাৰণ ১৫৬৯ চনত ইয়াত ৰাজদৰবাৰ প্ৰতিষ্ঠা কৰি ১৫৮৫ খৃষ্টাব্দত পৰিত্যাগ কৰে। তাৰ-পাছত কেতিয়াবা সাময়িকভাৱে আকবৰ তালৈ উভতি গৈছিল যদিও বেছি দিন বাস নকৰিছিল। ১৬০৪ খৃষ্টাব্দত, তৃতীয় জেছুইট মিচনেৰী দলৰ অন্তৰ্ভুক্ত ফাদাৰ জেৰম্ জেৱিয়াৰে ( Jerome Xavier ) এই

নগৰৰ মাজেদি যেতিয়া যাত্ৰা কৰিছিল তেতিয়া সম্ৰাট আকবৰে নিৰ্ম্মাণ কৰা বিৰাট অট্টালিকাসমূহৰ বাহিৰে নগৰৰ বাকী সকলো নিৰ্ম্মাণকাৰ্য্য ধ্বংসস্তূপত পৰিণত হোৱা দেখিবলৈ পাইছিল। হেজাৰ হেজাৰ জনতাই এই নগৰ পৰিত্যাগ কৰিছিল আৰু ৰাজপথ জনশূন্য হৈ পৰিছিল। বিজয়নগৰ ( ফতেপুৰ ) পৰিত্যক্ত হৈ শিয়াল আৰু বাদুলীৰ বিচৰণ ভূমিত পৰিণত হ'ল। জেৰম্ জেৰিয়াৰে লেখিছিল-"এয়ে ধ্বংসত পৰিণত হোৱা ট্ৰয় নগৰ বুলি আমি কব পাৰো।"

কিন্তু গৌৰৱোজ্জ্বল কালছোৱাত ফতেপুৰ শিক্ৰিয়ে চিত্ৰকৰ, সঙ্গীতজ্ঞ, দাৰ্শনিক, লিপিকাৰ, কবি, বাস্তুশিল্পী আদি সমাৰোহৰ দ্বাৰা বৈচুনকবৰ দিনৰ হেৰাত নগৰকো চেৰ পেলাবলৈ সক্ষম হৈছিল। বুদ্ধিনিষ্ঠ আৰু সৃষ্টিমূলক শিল্পকাৰ্য্যবে কৰ্ম্মচঞ্চল হৈ থকা নৱজাগৰণৰ প্ৰদীপ্ত সময়ৰ ইটালীৰ নগৰসমূহলৈ এই সময়ৰ ফতেপুৰে মনত নেপেলাই নাথাকে ; অৱশ্যে দুই ঠাইৰ চাৰু আৰু কাৰুশিল্পৰ প্ৰকৃতিগত সাদৃশ্য নাই। কল্পনাতীত খৰচৰ ফলত গঢ়ি উঠা নগৰখন যিহেতুকে এজন মানুহৰ দাম্ভিক ইচ্ছাশক্তিৰ মূৰ্ত্ত ৰূপায়ণ, সেই কাৰণেই বিভিন্ন শিল্পকলাৰ কেন্দ্ৰস্থল ইয়াত কিছু পৰিমাণে কৃত্ৰিমতাৰ বোল আছিল। যেনেকৈ ওখ শিলাময় ঠাই এডোখৰক ফুলৰ বাগান, অট্টালিকা, কৃত্ৰিম জলপ্ৰৱাহ, ফোঁৱাৰা, শাৰী শাৰী গছেৰে পৰিপূৰ্ণ এখন নগৰলৈ ৰূপান্তৰিত কৰিলে, তেনেকৈ বিভিন্ন ঠাইৰপৰা শিল্পী-সকলক আমন্ত্ৰণ কৰি আনি নগৰত স্থাপন কৰা হ'ল আৰু তেওঁলোক শিল্পসৃষ্টিত প্ৰতিষ্ঠা লাভ কৰি নন-শিল্প গঢ়িবলৈ আদিষ্ট হ'ল। সেই ঠাইত বিভিন্ন শিল্প বা কলাৰ কোনো ঐতিহ্য বা পৰম্পৰা নাছিল, গতিকে তাত গঢ়ি উঠা শিল্প-কলা স্থানীয় কলাৰ ক্ৰমবিকাশো নহয়।



আকবৰ অনুভূতিহীন কেৱল আত্মগৌৰৱপ্ৰয়াসী ব্যক্তি নাছিল। তেওঁ এনে এটা জাতিত জন্মগ্ৰহণ কৰিছিল যিটো জাতিৰ মানুহৰ বিৰামহীন, প্ৰচণ্ড ঝঞ্জাময় জীৱনে কলা আৰু বিদ্যাচৰ্চ্চাৰ প্ৰতি ধাউতি ম্লান কৰিব পৰা নাছিল। বাবৰৰ দৰে তেওঁৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰতি অসাধাৰণ অনুৰাগ হয়তো নাছিল, কিন্তু শিল্পকলাক একপ্ৰকাৰ ধৰ্ম্মবিশ্বাসৰ অনুভূতিৰেই তেওঁ অনুভৱ কৰিছিল। তেওঁৰ পুতেক জাহাঙ্গীৰ কলা-শিল্পৰ এজন সমালোচক, সংগ্ৰাহক আৰু পৃষ্ঠপোষক আছিল। কিন্তু আকবৰৰ মতে কলা হ'ল সৃজনশীল বা নিৰ্ম্মাণধৰ্ম্মী জগতৰ গৌৰৱ উপলব্ধি কৰাৰ এটি সুৰম্য পথ ; মহান স্ৰষ্টাক বুজিবৰ এটি উপায়। হুমায়ুনে ইৰানৰ পৰা কাবুললৈ আমন্ত্ৰণ কৰি অনা দুজন ইৰানীয় চিত্ৰকৰৰ পৰা আকবৰে লৰা কালতে ছবি আঁকিবলৈ শিকিছিল আৰু এই দুজন চিত্ৰকৰেই পাছত তেওঁৰ প্ৰৱৰ্ত্তিত চিত্ৰকলানুষ্ঠানৰ প্ৰধান আচাৰ্য্য হৈছিল। ক্ৰমে হিন্দু শিল্পীসকলো আকবৰৰ দৰবাৰৰ প্ৰতি আকৃষ্ট হ'ল আৰু শেষত ইৰানীয় শিল্পীক সংখ্যাত পিছ পেলাই সংখ্যাগৰিষ্ঠতা লাভ কৰিলে। ভাৰতীয় চিত্ৰৰীতিয়ে ইৰানীয় ৰীতিক সামৰি লৈ এটা নতুন চিত্ৰ-শিল্পৰ ৰীতি প্ৰৱৰ্ত্তন আৰু বিকাশ ঘটালে। এই চিত্ৰৰীতি প্ৰধানকৈ প্ৰতিকৃতি আৰু দৃশ্যচিত্ৰণতে আবদ্ধ আছিল আৰু জনসমাকীৰ্ণ, সজীৱ আৰু নাটকীয় গুণবিশিষ্ট ঘটনা বা দৃশ্যক ৰূপ দিছিল। ধাৱমান বা গতিবিশিষ্ট দৃশ্য বা ঘটনাক ৰূপ দিয়াত দৰবাৰী চিত্ৰকৰসকলে বিশেষ আনন্দ পাইছিল। আকবৰে যেন তেওঁৰ অপৰিসীম শক্তি চিত্ৰকৰ-সকলৰ সৃষ্টিপ্ৰতিভাতো সংক্ৰামিত কৰি দিছিল। এই চিত্ৰকৰ-সকলৰ চিত্ৰক অৱশ্যে শ্ৰেষ্ঠ কলাৰ নিদৰ্শন বুলিব নোৱাৰি। উচ্চ প্ৰতিভাশীল চিত্ৰকৰ নথকাৰ কাৰণেই আকবৰে তেওঁলোকক আদৰ্শ

চিত্ৰ ৰচনাত নিয়োগ নকৰি সমসাময়িক জীৱনক চিত্ৰত প্ৰতিফলিত কৰিবলৈ নিৰ্দ্দেশ দি ভালেই কৰিছিল। প্ৰতিকৃতি অঙ্কনত স্বাভাৱিক প্ৰতিভা থকা ইউৰোপৰ চিত্ৰকৰ কিছুমানে দুৰাকাঙ্ক্ষাৰ বশৱৰ্ত্তী হৈ তেওঁলোকৰ প্ৰতিভা বিপথে পৰিচালিত কৰা দেখি আমি প্ৰায়ে দুখ কৰোঁ। কিন্তু আকবৰৰ দৰবাৰত এনে হবলৈ নিদিছিল। দৰবাৰী চিত্ৰকৰসকলৰ চিত্ৰমালাৰ যোগেদি আকবৰক আমি দৈনন্দিন জীৱনৰ পৰিপাৰ্শ্বত দেখা পাওঁ। তেওঁ কেনে জীৱন যাপন কৰিছিল, কেনেকৈ চিকাৰ কৰিছিল, কি যুদ্ধত অৱতীৰ্ণ হৈছিল, আৰু কেনেকৈ নামাজ পঢ়িছিল ইত্যাদি বিভিন্ন অৱস্থাৰ চিত্ৰমালাত তেওঁক ৰূপান্তৰিত হোৱা দেখা পাওঁ।

তথাপি কলানুশীলনেই আকবৰ-চৰিত্ৰৰ প্ৰৱল প্ৰবৃত্তি বা প্ৰধান বিনোদ বুলি কব নোৱাৰি। ৰাজদৰবাৰৰ সকলো কলাত্মক চৰ্চ্চা ৰাজধানীৰ বহুমুখী কাৰ্য্যাৱলীৰ ভিতৰত এটা অঙ্গ মাত্ৰ আছিল। কৰ্ম্মব্যস্ত লোকৰ কোলাহল, ৰাজনীতিজ্ঞ, সৈনিক আৰু দুঃসাহসিক উচ্চাকাঙ্ক্ষী ব্যক্তিৰ আগম-নিৰ্গম আৰু প্ৰশাসনিক বিষয়াসকলৰ সমাগমৰ ধুমধামত কলাকাৰসকলে ৰাজানুগ্ৰহ লাভ কৰা সত্ত্বেও ৰাজধানীত গৌৰৱৰ স্বীকৃতপাত্ৰ বুলি ভাবিবলৈ কমেই অৱকাশ পাইছিল। বৃহৎ কৰ্ম্ম আৰু ঘটনাৰ স্পন্দনকেন্দ্ৰ ফতেপুৰ শিক্ৰিত তেওঁলোক বৰ গণ্য নহৈছিল। এই প্ৰসঙ্গত মোগল ৰাজধানীৰ পৰিৱেশ ইম্পিৰিয়েল ৰোম মহানগৰীৰ লগত তুলনা কৰিব পাৰি, মহান শিল্পী লৰেঞ্জৰ ( Lorenzo ) দিনৰ ফ্ল’ৰেঞ্চ নগৰীৰ লগত নহয়। ফতেপুৰ শিক্ৰিৰ এই পৰিৱেশ উজ্জ্বল সম্ভাৱনা থকা প্ৰাতঃকালীন সূৰ্য্যালোক নহয়, মধ্যাহ্ন অতিক্ৰম কৰি যোৱা সূৰ্য্যালোকহে বুলিব পাৰি। আকবৰৰ চিত্ৰশিল্পীসকলে অপ্ৰতিষ্ঠ, আদিম চিত্ৰশিল্পৰ স্তৰলৈ উভতি



চোৱাৰ প্ৰয়োজন নহৈছিল, বৰং ইৰানীয় চিত্ৰবিশাৰদসকলৰ মহৎ কৃতিলৈহে আদৰ্শ বিচাৰি তেওঁলোকে চকু দিছিল। তেওঁৰ পৃষ্ঠ-পোষকতাৰ বিশেষ মূল্য নাথাকিলহেঁতেন, যদি সেই পৃষ্ঠপোষকতাই ভাৰতৰ বিভিন্ন স্থানীয় চাৰুশিল্পৰ পুনৰুত্থানত প্ৰেৰণা আৰু উৎসাহ দান নকৰিলেহেঁতেন। তেওঁৰ মৃত্যুৰ পাছত মোগল শিল্পকলাত হিন্দু কলাৰীতিয়ে অধিক পৰিমাণে অনুপ্ৰৱেশ কৰিবলৈ ধৰে আৰু সেই আদৰ্শতে মোগল দৰবাৰৰ আঁতৰত থকা প্ৰান্তীয় হিন্দু ৰজাসকলেও প্ৰাচীন ভাৰতীয় শিল্পকলাক পুনৰ সজীৱ কৰি তুলিবলৈ উৎসাহ প্ৰদান কৰে। সমস্ত মোগল শিল্পৰীতিতো আকবৰৰ ৰাজনৈতিক আদৰ্শ প্ৰতিফলিত হোৱা দেখা যায়। এই উদ্দেশ্য হ’ল, ইৰানীয় তথা মুছলমানী ৰীতি আৰু হিন্দু ৰীতিৰ সমন্বয় সাধন কৰা।

ইৰানীয় চিত্ৰকলাকে আদৰ্শৰূপে লৈ মোগল শিল্পীগোষ্ঠীয়েও প্ৰথমতে হস্তলিখিত পুথি চিত্ৰিত কৰিবলৈ লয়। কিন্তু এই ক্ষেত্ৰত ৰেখাঙ্কনৰ সৌন্দৰ্য্যতকৈ হস্তাক্ষৰৰ সৌন্দৰ্যাৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। সুন্দৰ হস্তলিপিক আকবৰে বিশেষ আদৰ কৰিছিল। তেওঁ নিজে লেখিব নাজানিছিল যদিও হস্তলিপিৰ ভাল-বেয়া বিচাৰ কৰিব পাৰিছিল। চিত্ৰকৰ আৰু লিপিকাৰসকলৰ অধীনত ৰেখা-লিপিত সোণালী ৰং চৰোৱা ভালেখিনি কাৰিকৰ আৰু পুস্তক বান্ধিব জনা মানুহ নিয়োজিত হৈছিল। আকবৰৰ মৃত্যুৰ সময়ত তেওঁৰ গ্ৰন্থাগাৰত চৌবিশ হেজাৰ পুস্তকৰ পাণ্ডুলিপি সংৰক্ষিত আছিল আৰু তাৰ বহু খিনিয়েই চিত্ৰসম্বলিত। সপ্তাহত এবাৰকৈ সম্ৰাটে উক্ত গ্ৰন্থালয় পৰিদৰ্শন কৰিছিল আৰু শিল্পী আৰু লিপিকাৰ সকলক পুৰস্কৃত কৰি দৰমহাৰ নিৰিখ কাৰ্য্যানুসাৰে ধাৰ্য্য কৰিছিল। চিত্ৰকৰসকলক কেৱল যে প্ৰতিকৃতি ( Portrait ) অঙ্কন আৰু

পুথিগত ঘটনা ৰূপায়ণ কৰাতেহে নিয়োগ কৰিছিল এনে নহয়, তেওঁলোকক ৰাজকীয় অট্টালিকাসমূহৰ দেৱালবোৰত চিত্ৰ আঁকিবলৈকো নিয়োগ কৰিছিল। অৱশ্যে এই দেৱাল বা ভিত্তিচিত্ৰ সমূলঞ্চে পাছত ধ্বংসপ্ৰাপ্ত হ'ল। তেওঁ নিৰ্ম্মাণ কৰোৱা অট্টালিকাসমূহ এতিয়াও আছে, এই অট্টালিকা সমূহেই তেওঁৰ মহত্বৰ চিনাকি দিয়ে। ফতেপুৰ শিক্ৰিত নগৰ-পত্তনৰ পৰিকল্পনাও আকবৰে নিজেই কৰিছিল।

আকবৰে প্ৰায়েই ৰাজহাউলি অতিক্ৰম কৰি নগৰৰ বিভিন্ন কাৰখানা আৰু শিল্পায়তনসমূহ বৰ উৎসাহ-উদ্দীপনাৰে পৰিদৰ্শন কৰিছিল। এই কাৰখানা আৰু শিল্পায়তনসমূহত সোণাৰী, জহুৰী, চিত্ৰকৰ, গুণাৰ বন কৰা লোক, দলিচা গোঁথা কাৰিকৰ আৰু বন্দুক-বৰতোপ নিৰ্ম্মাণ কৰা লোক ভাগে ভাগে নিযুক্ত আছিল। তাৰপৰা হয়তো ৰাজহাউলিলৈ উভতি আহি তেওঁ কৱি, পণ্ডিত, ধৰ্ম্মতত্ত্বজ্ঞ আদি বিদ্বৎ মণ্ডলীৰ লগত আলাপ-আলোচনাত ব্যস্ত আছিল। কিন্তু ভাৰতীয় সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ লেখক হিন্দীভাষাত ৰামায়ণ ৰচোঁতা আৰু ষোড়শ শতাব্দীৰ সৰ্ব্বশ্ৰেষ্ঠ কৱি গোস্বামী তুলসী দাসৰ লগত সম্ভৱতঃ আকবৰৰ পৰিচয় নাছিল। তুলসী দাস বাৰানসীত বাস কৰিছিল আৰু তাতেই তেওঁ ইহলীলা সম্বৰণ কৰে। তেওঁৰ লগত আকবৰৰ পৰিচয় নাছিল বুলিলে এইটো কেতিয়াও নুবুজায় যে সম্ৰাটে জ্ঞাতসাৰে তেওঁক উপেক্ষা কৰিছিল।

## ৯

ইমূৰে-সিমূৰে সাগৰৰ সীমা ছুই থকা সাম্ৰাজ্য এখনত ৰাজত্ব কৰাটোৱেই আকবৰৰ লক্ষ্য আছিল। এতিয়া তেওঁ পশ্চিমৰ ফালে মন দিলে। পশ্চিমত এফালে তেওঁৰ সাম্ৰাজ্যৰ সীমা আৰু আনকালে আৰব সাগৰ, মাজতে আছিল গুজৰাট। সাগৰৰ বাণিজ্যই সমৃদ্ধ কৰি তোলা এই প্ৰদেশ খন অকল যে আকবৰৰে কাম্য হৈ উঠিছিল এনে নহয়, সেই সময়তে এই প্ৰদেশত দেখা দিয়া অশান্ত অৱস্থা আৰু শক্তিশালী চৰকাৰ এটাৰ আৱশ্যকতায়ো এটা সুযোগ উলিয়াই দিছিল। মজফৰ শ্বাহ নামতহে ৰজা আছিল। সৰু সুৰা মুখিয়াল দলপতিৰ ওপৰত তেওঁৰ প্ৰভুত্ব নাছিল বুলিয়েই কব পাৰি। তেওঁলোকৰে এজনে সম্ৰাটলৈ সাহায্য আগবঢ়াই সন্দেশ পঠালে। এসময়ত হুমায়ুনে অল্প দিনৰ কাৰণে এই ৰাজ্য দখল কৰা কথাটোৱেও এতিয়া এই পৰিকল্পিত অভিযানৰ বাবে আৰু এটা অজুহাত উলিয়াই দিলে। ৰাজধানী আহমদাবাদ এখন সমৃদ্ধিশালী আৰু গুৰুত্বপূৰ্ণ মহানগৰী। সোণালী কাপোৰ, পাট আৰু অন্যান্য কাপোৰৰ সদাগৰেৰে পৰিপূৰ্ণ এই নগৰীখন "প্ৰায় লণ্ডনৰ সমানেই ডাঙৰ" বুলি পিছৰ ইংৰাজ পৰ্য্যটক এজনে বৰ্ণনা দিছে।

১৫৭২ চনৰ জুলাই মাহত ফতেপুৰ শিক্ৰিৰ পৰা যাত্ৰা আৰম্ভ কৰি আকবৰে দহ হেজাৰ সৈন্যৰ বাহিনী এটা গুজৰাট অভিমুখে অগ্ৰসৰ হবলৈ দিলে। তৃতীয় পুত্ৰ ডেনিয়েল ওপজা বাতৰিয়ে এই যাত্ৰাত তেওঁক উৎসাহ যোগালে। পোনতে সকলো কাম সুকলমে আগবাঢ়িল। সম্ৰাটৰ লগত ভেটাভেটি হয় বুলি মজফৰ শ্বাহ পথাৰৰ মাজত লুকাই আছিল ; কিন্তু ধৰা পৰি আত্মসমৰ্পণ কৰিলে। এই সফলতাই

আকবৰক নিশ্চয়তা দিলে। তেওঁ আনুষ্ঠানিক ভাৱে ৰাজ্যখন দখল কৰি ললে আৰু প্ৰশাসনৰ বিস্তাৰিত সকলো কথা তদাৰক কৰিবলৈ স্বাভাৱিক তৎপৰতাৰে আগবাঢ়িল।

ইয়াৰ আগলৈকে তেওঁ সাগৰ দেখা নাছিল। কাম্বেত উপস্থিত হওঁতে পোন প্ৰথমে সাগৰ দেখিবলৈ পাই আৰু ভাৰতৰ লগত ইউৰোপৰ সংযোগ স্থাপন কৰা সাগৰত বিচৰণ কৰিবলৈ পাই তেওঁৰ মনত কি ধাৰণা হৈছিল সেই বিষয়ে একো কথা লিপিবদ্ধ নোহোৱাটো অলপ আচৰিত ধৰণৰ কথা। পশ্চিমীয়া দেশৰ পৰ্ত্তুগীজ সদাগৰসকলৰ লগত ইয়াতেই পোনপ্ৰথমে তেওঁৰ সাক্ষাৎ হয়। মই ইতিপূৰ্ব্বে উল্লেখ কৰা ইংৰাজ পৰ্য্যটক জনে কৈছে-"কাম্বেৰ বন্দৰত কেতিয়াবা একে থূপতে দুশ যুদ্ধ জাহাজ দেখিবলৈ পোৱা গৈছিল।" সম্ৰাটৰ মনত নিশ্চয় কৌতূহল জন্মিছিল; অৱশ্যে নৌশক্তিৰ সম্ভাৱনা সম্পৰ্কে সম্ভৱতঃ তেওঁৰ মনত একো ধাৰণা হোৱা নাছিল।

আকবৰ কাম্বেত থকা সময়তে তেওঁৰ আত্মীয় ইব্ৰাহিম হুছেন মীৰ্জাৰ নেতৃত্বত হঠাৎ এটা বিদ্ৰোহ হল; ডাঙৰ সৈন্য বাহিনী এটা লৈ বিদ্ৰোহী দলে মহী নৈৰ পাৰৰ সাৰনাল নামৰ সৰু নগৰ এখন অধিকাৰ কৰিলে। এই সম্বাদ পোৱা মাত্ৰেই খঙত জ্বলি-পকি আকবৰ কোবাকোবিকৈ উলটি আহিল। সাৰনালৰ ওচৰত উপস্থিত হবৰ সময়ত আকবৰৰ লগত মাত্ৰ দুশ (২০০) অশ্বাৰোহী সৈন্য আছিল; তথাপি তাৰেই ততালিকে আক্ৰমণ কৰাটোকে তেওঁ স্থিৰ কৰিলে। নদীৰ তৰাং সোঁত পাৰ হৈ ঘোঁৰাবোৰ সিপাৰৰ থিয় গড়াই দি তুলি নি শক্তিশালী শত্ৰুপক্ষৰ সন্মুখীন হল। কাঁইটীয়া জোপোহাৰ মাজত তুমুল যুদ্ধ লাগিল। এই হতাহতি ৰণত ব্যক্তিগত শক্তিয়েই হল একমাত্ৰ ভৰসাৰ থল। ভগৱান দাসৰ লগত ঘোঁৰাত উঠি যোৱা



আকবৰৰ অভিমুখে শত্ৰুপক্ষৰ তিনি জনে চোঁচা ললে। তাৰে দুজনক তেওঁ হোহোঁকাই পঠালে। তৃতীয় জনক ভগবান দাসে যাঠীৰে শালি পেলালে। ইতিমধ্যে আকবৰৰ বাকীবোৰ সৈন্যও সেই ঠাইত উপস্থিত হলহি। ইপিনে ৰাতিও হল; শত্ৰুপক্ষ পলাবলৈ ধৰিলে। ইব্ৰাহিম পলাই সাৰিল। পলাই গৈ পঞ্জাবত আশ্ৰয় লওঁতে তাতেই পিছত তেওঁ ধৰা পৰিল, আৰু বেয়াকৈ আহত হোৱাৰ ফলত তেওঁৰ মৃত্যু হ'ল।

নতুন বছৰৰ আগ ভাগতে আকবৰে মীৰ্জ্জা ফৈদৰ দখলত থকা চুৰাট বন্দৰ অৱৰোধ কৰিলে। এনেতে পৰ্ত্তুগীজসকলে তেওঁলোকক সহায় কৰিবলৈ লোৱা বুলি গম পাই তেওঁ পৰ্ত্তুগীজ ৰাজপ্ৰতিনিধিৰ (viceroy) ওচৰলৈ কটকীৰ যোগেদি সন্দেশ পঠালে। ভাইচ্ৰয়ে সম্ৰাটৰ ওচৰলৈ এণ্টনিয় কাব্ৰেলক পঠালে। আলোচনাৰ মূৰত শান্তিৰ বন্দবস্ত হল। ১৫৭৩ চনৰ ফেব্ৰুৱাৰী মাহৰ শেষত চুৰাটে বশ্যতা স্বীকাৰ কৰিলে। এপ্ৰিল মাহত আকবৰ উলটিল আৰু জুন মাহত তেওঁ ৰাজধানীত উপস্থিত হলহি।

পৰ্ত্তুগীজৰ লগত সম্বন্ধ স্থাপন কৰাৰ মূলত কৌতূহলৰ উপৰিত আকবৰৰ আন কাৰণো আছিল। সম্ভৱতঃ ইউৰোপীয়সকলক ভাৰতৰ-পৰা সম্পূৰ্ণৰূপে বিতাৰিত কৰাৰ অভিপ্ৰায়ো তেওঁ মনে মনে পোষণ কৰিছিল। কিন্তু তেনে এটা আশা মনতে পুহি ৰাখিলেও সেয়ে নিশ্চিত অভিপ্ৰায়ত তেতিয়ালৈকে পৰিণত হোৱা নাছিল। পোনতে তেওঁ পৰ্ত্তুগীজসকলৰ বিষয়ে আৰু তেওঁলোকৰ শক্তি সম্পৰ্কে ভালকৈ জানি লবলৈ চেষ্টা কৰিলে। তেওঁলোকৰ উচ্চ পৰ্য্যায়ৰ গোলন্দাজ বাহিনী দেখা পায় আকবৰৰ সততে ঈৰ্ষাৰ ভাৱ হৈছিল। নৈষ্ঠিক মুছলমান স্বৰূপে সেই সময়ত তেওঁ ভাৰতৰ পৰা মক্কালৈ যোৱা হজ-

যাত্ৰীসকলৰ কথা ভাবি চিন্তিত হৈ পৰিছিল। এই যাত্ৰীসকল কেৱল পৰ্তুগীজ জাহাজেৰেহে আৰব সাগৰ পাৰ হব পাৰিছিল; আৰু তেওঁলোকে নানান লাঞ্ছনা ভুগিব লগা হৈছিল। কুমাৰী মেৰী আৰু যিশুৰ মূৰ্ত্তিৰে ছাব মৰা পাৰ-পত্ৰ লবলগীয়া হৈছিল। এই পাৰপত্ৰ লওঁতে যথেষ্ট ধন ভৰিব লগা হৈছিল। ইংলণ্ডৰ মাৰমেইড্ অতিথিশালাত সমবেত হোৱা পণ্ডিতসকলৰ হাঁহিয়াতৰ পাত্ৰ টম কৰ্য়টে (Tom Coryat) দুখভোগৰ আৰু বাধা নেওচি অনাই বনাই ফুৰি লণ্ডনৰ পৰা মোগল সাম্ৰাজ্যলৈকে অকলশৰে সৰহভাগ বাটেই খোজকাঢ়ি ভ্ৰমণ কৰিছিল। (আকবৰৰ মৃত্যুৰ অলপ দিনৰ পাছত তেওঁ উপস্থিত হয়হি)। তেওঁ কৈছে যে পৰ্তুগীজসকলে এবাৰ এটা কুকুৰৰ ডিঙিত কোৰাণ এখন আঁৰি দি অৰমুজ নগৰৰ আলিবাটত মৰিয়াই মৰিয়াই কুকুৰটো এৰি দিয়ে। তাৰে পোটক তুলিবৰ মনেৰে আকবৰৰ মাকে তেওঁক এই বুলি খাটনি ধৰিছিল যে গাধ এটাৰ ডিঙিত বাইবেল এখন অলোমাই দি নগৰৰ মাজেদি মৰিয়াই গাধটো খেদি ফুৰিব লাগে। আকবৰে কিন্তু সেইকাম কৰিবলৈ অস্বীকাৰ কৰিলে। একো অপৰাধ নকৰা শাস্ত্ৰ এখনৰ ওপৰত পোটক তোলাটো বা বেয়া কাম এটাৰ সলনি আন এটা বেয়া কাম কৰাটো তেওঁ লোভনীয় বুলি নেভাবিলে। এই কাহিনীটো সঁচাই হওক বা মিছাই হওক, এটা কথা ঠিক যে ইতিমধ্যে আকবৰৰ খৃষ্টিয়ান ধৰ্ম্মৰ প্ৰতি আগ্ৰহ উপজিছিল আৰু যেতিয়াই পৰ্তুগীজ লোকৰ লগত তেওঁৰ ব্যক্তিগত যোগাযোগ হৈছিল, তেতিয়াই তেওঁ এই ধৰ্ম্মৰ মতবাদ সম্পৰ্কে জানিবলৈ বিচাৰিছিল। এই সময়ত অকল ধৰ্ম্মৰ বিষয়েই নহয়, পশ্চিমীয়া দেশৰ মানুহৰ ৰীতিনীতি আৰু ৰাজনৈতিক অনুষ্ঠান সম্পৰ্কে জন্মা কৌতূহলেই তেওঁৰ মনত ঘাঁই উদ্দেশ্য ৰূপে স্থান পাইছিল।



বিজয় উল্লাসেৰে ৰাজধানীলৈ উলটি আহি, লগত অনা বন্দীসকলৰ প্ৰতি অস্বাভাৱিকভাৱে কঠোৰ ব্যৱহাৰ কৰাৰ পাছত আকবৰ নতুনকৈ দখল কৰা ঠাইখনৰ প্ৰতি মনোনিবেশ কৰিবলৈ সাজু হল। এনেতে বাতৰি আহিল যে তেওঁ ইমান হেলাৰঙে জয় কৰা গুজৰাটত আকৌ বিদ্ৰোহে মূৰ দাঙি উঠিছে। পুনৰ অভিযান চলাবলৈ আকবৰে সমূলি দ্বিধাবোধ নকৰিলে। প্ৰথম অভিযানত যুজাৰু হিচাপে তেওঁৰ গৰিমা প্ৰকাশ পাইছিল; আলেকজেণ্ডাৰৰ দৰে অসম সাহস আৰু নিৰ্ভীকতাৰে সৈন্যবাহিনী পৰিচালনা কৰিছিল। দ্বিতীয় অভিযানত সৈন্যাধ্যক্ষ স্বৰূপে তেওঁ জন্মগত প্ৰতিভাৰ পৰিচয় দিলে। আকস্মিক বিদ্ৰোহত আচৰিত হৈ তেওঁ অবিলম্বে ব্যৱস্থা লোৱাৰ প্ৰয়োজন বোধ কৰি আয়োজনৰ কেনিও স্নুৰুঙা নেৰাখিলে; নিজে সকলো বিষয়ে খৰচি মাৰি পৰীক্ষা কৰিলে। অভাৱনীয়ভাৱে বহুতো খৰচ হোৱাৰ সম্ভাৱনা দেখি নিজৰ পুঁজিৰ ওপৰতে ঘাঁইকৈ নিৰ্ভৰ কৰিলে।

তেতিয়া আগষ্ট মাহ, অতিপাত গৰম। প্ৰায় তিনি হেজাৰ অশ্বাৰোহী সৈন্যৰ সৰু বাহিনী এটা লৈ তেওঁ অভিযানৰ বাবে ৰাওনা হ'ল। ৰাজপুতনাৰ মাজেদি তেওঁ গড় হিচাপত দিনে পঞ্চাশ মাইল গতিবেগেৰে গুজৰাট অভিমুখে অগ্ৰসৰ হ'ল। এঘাৰ দিনৰ মূৰত ছয়শ মাইল অতিক্ৰম কৰি তেওঁ আকৌ আহমদাবাদৰ সমুখত উপস্থিত হলহি। মহম্মদ হুছেইন মীৰ্জাৰ নেতৃত্বাধীন বিদ্ৰোহী দলৰ সংখ্যা হ'ল প্ৰায় কুৰি হেজাৰ। ৰাজকীয় সৈন্য বাহিনী উপস্থিত হোৱা দেখি তেওঁলোক অবাক হ'ল। তেওঁলোকে কোৱাকুই কৰিলে-"সম্ৰাট ওলালহি! কিন্তু আমাৰ চোৰাংচোৱাই দেখোন বাতৰি দিছিল যে পষেকৰ আগলৈকে তেওঁ ফতেপুৰ শিক্ৰিতে আছিল। ইমান সোনকালে তেওঁ আহি এইখিনি পোৱাটো তেনেই অসম্ভৱ কথা।"

তেওঁলোকৰ আশ্চৰ্য্যৰ ভাৱ অচিৰে ভয়বিহ্বলতালৈ ৰূপান্তৰিত হ'ল। সচৰাচৰ কৰাৰ দৰেই আকবৰে ততালিকে আক্ৰমণ কৰিলে। নগৰৰ সমুখত থকা নদীখন অতিক্ৰম কৰি ঘোঁৰাৰ পাছতে তেওঁলোক বাধাৰ সম্মুখীন হ'ল। আগভাগ লোৱা তাকৰীয়া সৈন্যদল বিপক্ষৰ সংখ্যাধিক্যৰ আগত ঠাৰৰিব নোৱাৰি পিছ হুহঁকিল। তেনেতে আকবৰ উপস্থিত হলহি। তেওঁ বাঘৰ দৰে শত্ৰুৰ ওপৰত জঁপিয়াই পৰিল। তেওঁৰ ঘোঁৰাই আঘাত পালে। ইপিনে উৰা বাতৰি ওলাল যে আকবৰ নিহত হ'ল। তেওঁ আন এটা ঘোঁৰাত উঠিলগৈ। আকৌ যুজৰ আগ শাৰীত তেওঁক দেখা গ'ল; খন্তেকীয়া হতাশাৰ ভাৱ আঁতৰি যোৱাত তেওঁৰ সৈন্যদলে জয়ধ্বনি দি পুনৰ যুজৰ বাবে সমবেত হ'ল। সেইটো মুহূৰ্ত্ততে যুজৰ গতি নিৰ্দ্ধাৰিত হ'ল। শত্ৰু পৰাভূত হ'ল; মহম্মদ হুছেইন আহত আৰু বন্দী হ'ল। পিছে সিমানতে অন্ত নপৰিল। এঘণ্টা সময় উকলি নৌযাওঁতেই বিদ্ৰোহী নেতাসকলৰে এজনে পাঁচ হেজাৰ সৈন্য লৈ নগৰৰ আনটো ফালৰ পৰা দেখা দিলেহি; বিপৰ্য্যৰ গতি সলাবৰ বাবে তেওঁ শেষ চেষ্টা কৰিলে। কিন্তু অতৰ্কিতে আৰু অভাৱনীয় ভাৱে ঘাঁই সৈন্যদল পৰাজিত হৈ ছিটিকি যোৱাত সেই সহায়কাৰী সৈন্যদলৰ মাজতো সন্ত্ৰাসৰ ভাব এটা বিয়পি পৰিল। বিজয়ী আকবৰ আৰু তেওঁৰ তাকৰীয়া সৈন্যদলৰ আকস্মিক আৱিৰ্ভাৱত শত্ৰুপক্ষ ভূতেপোৱা মানুহৰদৰে ইমান পেপুৱা লাগিল যে তেওঁলোকে পলাবলৈকো সুৰুঙা নেপালে। তেওঁলোক পেপুৱা লাগি এনেদৰে থৰ লাগিল যে শত্ৰুপক্ষই আহি তেওঁলোকৰ তূণৰপৰা কাড় উলিয়াই নিলে আৰু তেওঁলোকৰ অস্ত্ৰশস্ত্ৰকে শত্ৰুৱে তেওঁলোকৰ বিৰুদ্ধে ব্যৱহাৰ কৰিলে। আকবৰৰ বিজয় পূৰ্ণাঙ্গ হৈ উঠিল। টাইমুৰৰ পুৰণিকলীয়া আৰু ভয়াৱহ পদ্ধতি আকবৰে তেতিয়াও মানি



চলিছিল; সেই অনুসৰি ৰণথলীত ডুহেজাৰ কটা মূৰেৰে দ'ল বান্ধিলে। আমি সম্ৰাট আকবৰতকৈ যোদ্ধা আকবৰক প্ৰাচীন পৰম্পৰাৰ প্ৰতি অধিক অনুগত থকা দেখিবলৈ পাওঁ আৰু তেওঁৰ পূৰ্ব্বপুৰুষসকলে যুদ্ধ ক্ষেত্ৰত কৰা আচৰণসমূহক পৱিত্ৰ পালনীয় কৰ্ত্তব্যৰূপে তেওঁ গণ্য কৰা যেন দেখা যায়।

গুজৰাটৰ কাৰণে তৃতীয় শিকনিৰ প্ৰয়োজন নহল। গুজৰাটৰ পৰাজয় চূড়ান্ত হৈ পৰিল। প্ৰত্যাৱৰ্ত্তন কৰোঁতে তিনি সপ্তাহ লাগিল। গোটেই অভিযানটো সম্পূৰ্ণ হৈ উঠিল ৪৩ দিনত। অৱশ্যে এটা কথাত সন্দেহ নাই যে আকবৰে নেতৃত্ব কৰা সৈন্যবাহিনী সামৰিক সামৰ্থ্যৰ ফালৰ পৰা সমৃদ্ধ নাছিল; ইউৰোপীয় সুশৃঙ্খল সৈন্য বাহিনীৰ বিৰুদ্ধে জয়লাভ কৰাৰ সম্ভাৱনা তেওঁলোকৰ নেথাকিলহেঁতেন। সেয়ে যদি হয়, তেন্তে যি নৈপুণ্য দেখুৱাই আকবৰে তেওঁৰ সৈন্যবাহিনী নিয়োজিত কৰিছিল তাৰ শলাগ নলৈ নোৱাৰি। তেওঁৰ সৈন্য বাহিনীৰ গুণাগুণ যিয়েই নহওক, আকবৰে মহান সৈন্যাধ্যক্ষ এজনৰ মৌলিক গুণৰাশি প্ৰদৰ্শন কৰিছিল। ক্ষিপ্ৰ আৰু অতৰ্কিত অভিযান পৰিচালনাত তেওঁ পাকৈত আছিল। কমদিনীয়া অথচ বিস্ময়কৰ অভিযানৰ ক্ষেত্ৰত সেই গুণৰাশি যিদৰে সমুজ্জ্বল হৈ উঠিছিল, আন কোনো ক্ষেত্ৰতে তেনে হোৱা নাই।

## ১০

উজ্জ্বল ভৱিষ্যতৰ ভাগ্য লৈ ১৫৭৪ চনৰ বসন্ত কালত এজন ডেকা ৰাজসভাত উপস্থিত হলহি ; কালক্ৰমত তেওঁ আকবৰৰ ঘনিষ্ঠ আৰু অতি বিশ্বাসী বন্ধু হলগৈ আৰু আকবৰৰ কৃতিজীৱনৰ বুৰঞ্জীও তেৱেঁই লিখিছিল।

আবুল ফজ্‌ল আছিল মুবাৰক নামৰ শেখ এজনৰ পুতেক ; মুবাৰকো পুতেকৰ দৰেই জ্ঞানী আৰু উদাৰপন্থী আছিল। সৰহ দিনৰ আগতে নহয় ১৫৯১-৯২ চনত ইছলামৰ প্ৰথম এহেজাৰ বছৰ সম্পূৰ্ণ হয়। বছৰৰ সংখ্যাই মানুহৰ ওপৰত সন্মোহিনী প্ৰভাৱ বিস্তাৰ কৰে আৰু সেইদেখি বৌদ্ধসকলৰ ক্ষেত্ৰত হোৱাৰ দৰে আৰু পিছত খৃষ্টিয়ান চাৰ্চ্চৰ ক্ষেত্ৰত হোৱাৰ দৰেই এহেজাৰ বছৰ সম্পূৰ্ণ হোৱালৈ ইছলামপন্থী সকলে বিশেষ উৎকণ্ঠাৰে বাট চাই আছিল আৰু বহুতে বিশ্বাস কৰিছিল যে নাটকীয় ধৰণৰ কিবা ঘটনাও ঘটিব পাৰে। মুছলমান জগতে এই বুলি আশাৰে বাট চাই আছিল যে এজন 'মেহ্‌দি'ৰ আৱিৰ্ভাৱ হ'ব আৰু সেইজন হজৰতে ইছলাম ধৰ্ম্মক এন্ধাৰৰ পৰা মুক্ত কৰি পুনৰ সমুজ্জ্বল ৰূপত প্ৰতিষ্ঠা কৰিব। ধৰ্ম্মৰ এই আন্দোলনৰ প্ৰতি মুবাৰক অনুৰক্ত আছিল আৰু সেয়ে আকবৰৰ মনতো প্ৰভাৱ বিস্তাৰ কৰি গোড়াপন্থী মোল্লাসকলৰ আঁকোৰগোজ ধৰ্ম্মান্ধতাৰ বিৰুদ্ধে তেওঁৰ মনত বিদ্ৰোহৰ ভাৱ জগাই দিলে। ইছলামী আইনৰ বিশেষজ্ঞসকলৰ হাতত মুবাৰকে নিৰ্য্যাতন ভোগ কৰিছিল ; এহাতে তেওঁৰ উদাৰতা আৰু আনহাতে সেই উদাৰতাই সৃষ্টি কৰা গোড়া ইছলামপন্থীৰ অসহিষ্ণুতা—এই দুয়োটা কথাই আকবৰৰ মন তেওঁৰ অনুকূলে ঢাল খুৱালে। তদুপৰি গুজৰাট অভিযানৰ পৰা আকবৰ উলটি আহোঁতে



তেৱেঁই আকবৰক আগবঢ়াই আনিছিলগৈ আৰু লগতে সম্ৰাটক এইবুলি খাটনি ধৰিছিল যে তেওঁ প্ৰজাসকলৰ অকল বৈষয়িক ক্ষেত্ৰতে কৰ্ত্তা হিচাপে নেথাকি আধ্যাত্মিক ক্ষেত্ৰতো কৰ্ত্তা স্বৰূপে থাকিব লাগে। এই সাৰগৰ্ভ পৰামৰ্শই সম্ৰাটৰ মনৰপৰা লগ এৰা নিদিলে। মুবাৰকৰ পুতেক দুজন ; সৰু পুতেকৰ নাম আবুল ফজ্‌ল। দুয়োজন পুতেকে বাপেকৰ সৈতে একে মতকে পোষণ কৰিছিল। তেওঁলোক দুয়ো লৰাকালৰপৰা প্ৰতিভাৰ আগতীয়া চিনাকি দাঙি ধৰিছিল ; ডাঙৰ পুতেক ফৈজীয়ে কৱি হিচাপে আৰু আবুল ফজলে পণ্ডিত স্বৰূপে। ১৫৬৭ চনত চিতোৰ অৱৰোধ কৰাৰ সময়তে ফৈজীয়ে পোন প্ৰথমবাৰ সম্ৰাটৰ সাক্ষাৎ লাভ কৰোঁতে তেওঁ আদৰ সম্ভাষণ লাভ কৰে। প্ৰায় কুৰি বছৰৰ মূৰত এইজন লোকই আকবৰৰ ৰাজকবি হয়গৈ। ককায়েক ফৈজীয়ে আবুল ফজলক নি সম্ৰাটৰ লগত চিনাকি কৰাই দিলে ; প্ৰথমৰ পৰাই আকবৰৰ মনোযোগ তেওঁৰ প্ৰতি আকৃষ্ট হ'ল। তেওঁৰ নিজৰ বিৱৰণত কোৱা মতে সংসাৰৰ পৰা আঁতৰি বিৰক্ত জীৱনযাপনৰ বাসনাই তেওঁৰ অন্তৰ ডেইপুৰি মাৰিছিল ; অথচ সম্ৰাটৰ গৰিমাই চগাক জুয়ে আকৰ্ষণ কৰাৰ দৰে তেওঁক আকৰ্ষণ কৰিছিল। এদিন তেওঁ মচজিদত আৰাধনা কৰি থাকোঁতে আকবৰো তালৈ আহিল ; তেওঁক চিনি পাই কথা-বতৰা পতাত ফজল আচৰিত হ'ল আৰু তেওঁ সন্তোষো পালে। তেওঁ লাভ কৰা অপাৰ অনুগ্ৰহৰ এয়ে আৰম্ভনি সূচালে। আকবৰে দেখিবলৈ পালে যে তেওঁৰ অন্তৰে যেনেকুৱা মানুহ এজন বিচাৰে সেইজনেই হ'ল আবুল ফজ্‌ল। সভাসদ হোৱাৰ জন্মগত গুণ তেওঁৰ মাজত আছিল। তদুপৰি তেওঁ তীক্ষ্ণ আৰু অফুৰন্ত মেধাৰ গৰাকী আছিল। সকলো সভাসদৰ ভিতৰত বিচাৰত দক্ষতা থকা জেছুইটসকলে আবুল ফজলক বিশিষ্ট গুণ সম্পন্ন লোক বুলি

স্বীকাৰ কৰি গৈছে। অৱশ্যে এইটো ঠিক যে তেওঁ আমনি লগাকৈ সকলো কথা বাহুল্যভাৱে লিখে। ফাৰ্চী অলংকাৰ আৰু বাক্-চাতুৰীৰ প্ৰাচুৰ্য্যবে ভৰা 'আকবৰনামা'ত লিপিবদ্ধ কৰা তথ্যসমূহ অলংকাৰৰ মাজৰপৰা বিচাৰি উলিওৱাটোৱেই সময়ত টান হৈ উঠে; অৱশ্যে তথ্য তাৰ মাজত আছে। আকবৰৰ কিছুমান সেনাপতিতকৈ অধিক সফলতাৰে অভিযান চলাব পৰা যোগ্যতাও তেওঁৰ আছিল। অৱশ্যে এই ছোৱা সময়ত তেওঁ আছিল এজন ডেকা, উৎসাহী ছাত্ৰ; সম্ৰাটৰ প্ৰশংসাত তেওঁ পঞ্চমুখ আৰু সম্ৰাটেও তেওঁৰ ধৰ্ম্ম-বিষয়ক উদ্যমৰ ক্ষেত্ৰত আবুল ফজ্‌লক অমূল্য সহযোগী আৰু সমৰ্থক ৰূপে পাইছিল।

সেই একে সময়তে আৰু এজন মানুহ ৰাজসভাত উপস্থিত হলহি; তেৱোঁ আবুল ফজ্‌লৰ দৰেই আকবৰৰ ৰাজসভাৰ বুৰঞ্জীবিদ হয়গৈ। অৱশ্যে তেওঁৰ দৃষ্টিকোণ সম্পূৰ্ণ স্বকীয়া আছিল। বাডাউনি আছিল নিষ্ঠাশীল মুছলমান সম্প্ৰদায়ৰ লোক। ধৰ্ম্মবিশ্বাসৰ পৰা সম্ৰাটৰ স্খলন হোৱা দেখা পাই তেওঁ পেটে পেটে জ্বলিপকি উঠিছিল; প্ৰতি বছৰে তেওঁৰ মন্তব্যৰ চোক বাঢ়ি গৈছিল। ফলত আকবৰৰ মৃত্যু নোহোৱালৈকে তেওঁৰ বুৰঞ্জী প্ৰকাশ কৰাটো অসম্ভৱ হৈ উঠিল।

অন্তৰত প্ৰবল ইচ্ছা থাকিলেও ধৰ্মসংক্ৰান্ত বিষয়বোৰৰ আলোচনা আকবৰে কিছুদিন স্থগিত ৰাখিব লগীয়াত পৰে; এনে বিষয়ৰ আলোচনাত স্বকীয়া দৃষ্টিকোণৰ পৰা এই ডেকা দুজনে গভীৰ আগ্ৰহ প্ৰকাশ কৰিছিল। ধৰ্ম্ম-জিজ্ঞাসাৰ ভাৱটোকে বাডাউনিয়ে নিন্দনীয় বুলি গণ্য কৰিছিল; কিয়নো ই ধৰ্ম্ম বিশ্বাসৰ বান্ধ ঢিলা কৰি দিব খোজে। তথাপি সম্ৰাটৰ কাৰ্য্যকলাপৰ প্ৰতি তেওঁ গভীৰ মনোযোগ দিছিল। এনেতে আকৌ বিদ্ৰোহে দেখা দিলে আৰু বিৰাট অভিযান এটা চলোৱাৰ প্ৰস্তুতিত তেওঁ ব্যস্ত থাকিব লগাত পৰিল।



এইবাৰ ৰণ লাগিল বঙ্গ দেশত। বঙ্গৰ সিংহাসনত বহুওৱা হৈছিল ডাউদ খাঁ নামৰ ডেকা ৰাজকুমাৰ এজনক; বিহাৰ সমন্বিতে বঙ্গ আছিল আফগান শাসনকৰ্ত্তাৰ তলত। বিৰাট সৈন্যবাহিনী আৰু অপাৰ ধন-দৌলতৰ গৰাকী হবলৈ পাই তেওঁ ভাবিলে যে আকবৰক উলাই কৰিব পৰা জোখাৰে তেওঁৰ শক্তি আছে। সেই বুলি থিৰাং কৰি তেওঁ সীমান্তৰ দুৰ্গ এটা দখল কৰিলে। আকবৰ তেতিয়া গুজৰাটত আছিল। ডাউদক শাস্তি বিহিবলৈ আকবৰে মুনিম খাঁ নামৰ বয়সস্থ আৰু পৰিশ্ৰান্ত সেনপতি এজনক পঁাচিলে। তেওঁ কিন্তু বিশেষ একো কৰিব নোৱাৰিলে। অৱশেষত পাটনা অৱৰোধ কৰাৰ মানসেৰে সেই ঠাইত থিতাপি লৈ আৰু নিজে একো কৰিব নোৱাৰিব বুলি ভাবি সম্ৰাটকে তালৈ আহিবলৈ অনুৰোধ জনালে। সেইমতে আকবৰ আহিল।

এইটো নতুন ধৰণৰ অভিযান: পৰিবহণৰ ব্যৱস্থা গঙ্গা নদীয়েদি কৰিব লগ হ'ল। আকবৰে তেওঁৰ সৈন্যবাহিনীৰ এটা ভাগক থল পথেদি পঠালে আৰু বাকী খিনি সৈন্যসহ বিৰাট নাও কিছুমানত উঠি যাত্ৰা কৰিলে। বহল নদীখন উপচি পৰা, ৰঙচুৱা পাল তৰা এই নাওবোৰ দেখিবলৈ পাই পাৰত থকা গঞাবাইজ স্তম্ভিত হ'ল; কিছুমান নাৱে হাতী কঢ়িয়াই নিছে, কিছুমানে আনুষঙ্গিক নানা বয়বস্তু নিছে; কিছুমান নাও আকৌ গোন্ধে আমোল-মোলাই থকা ফুলপাত ভৰা ফুলনিলৈ ৰূপান্তৰিত হৈছে। কিন্তু এনে পয়োভৰ আৰু বিলাসিতালৈ লক্ষ্য কৰি কোনোবাই যদি ইয়াক বিলাস আৰু আড়ম্বৰৰ অভিযান বুলি অভিহিত কৰে তেন্তে ডাঙৰ ভুল কৰা হ'ব। এই অভিযানতে আকবৰে ফ্ৰেডৰিক বা নেপলিয়নে আচৰণ কৰা চিৰাচৰিত সামৰিক কৌশলৰ হেয়তা প্ৰতিপন্ন কৰে। বাৰিষা বতৰত অভিযান চলোৱাটো ভাৰতীয়

ৰণ-কৌশলৰ সম্পূৰ্ণ পৰিপন্থী কথা। কলহৰ কাণেচলা বৰষুণ আৰু বানপানীৰে উপচি পৰা নদীলৈকো সমূলি কেৰেপ নকৰি সম্ৰাটৰ সৈন্য-বাহিনী বেগেৰে অগ্ৰসৰ হোৱা বুলি বাতৰি পাই শত্ৰু পক্ষৰ মন বিৰক্তিত তিতা-কেহা লাগিল। নিতৌ আকবৰ কাষ চাপি অহাৰ লগে সিহঁতৰ আতঙ্কও বাঢ়ি গ'ল। তেওঁ আহি পাটনাৰ সমুখত উপস্থিত হ'ল ; নগৰখন দখল কৰি ডেধাব বয়বস্তু হস্তগত কৰিলে ; ডাউড পলাই গ'ল। অভিযান সম্পূৰ্ণ কৰি তুলিবৰ বাবে মুনিম, টোডৰমল আৰু আন সেনাপতি সকলক থৈ আকবৰ ফতেপুৰ শিক্ৰিলৈ উলটি গ'ল।

ঘৰমুৱা হওঁতে নতুন পৰিকল্পনাই তেওঁৰ মনত জুমুৰি দি ধৰিলে ; আকবৰে অবিলম্বে তাকে কাৰ্য্যকৰী কৰিবলৈ থিৱাং কৰিলে। তেওঁ ঠিক কৰিলে যে এটা 'উপাসনা গৃহ' ( ইবাদত্‌খানা ) সাজিব আৰু ইছলাম ধৰ্ম্মৰ বিভিন্ন মতাৱলম্বী সকলো লোকৰ প্ৰতিনিধিস্থানীয় পণ্ডিতসকল তাত সমবেত হব আৰু ইমান দিনে মনতে ভাবি মতোৱাল হৈ থকা বিষয়বোৰৰ আলোচনাত তেওঁ ভাগ লব। তেওঁৰ নিৰ্দ্দেশৰ তাগিদাত সোনকালে ঘৰ সজা হৈ গ'ল আৰু অচিৰে নানান বাদানুবাদে সেই ঘৰ মুখৰিত কৰি তুলিলে। পোনতে অৱশ্যে কেৱল পৰমাৰ্থিক বিষয়ৰ বাদানুবাদেই হোৱা নাছিল ; বহাৰ স্থান আৰু অগ্ৰাধিকাৰৰ প্ৰশ্নটোৱেও মনোযোগ আকৰ্ষণ কৰিছিল। সেইদেখি ইয়াকে ঠিক কৰা হ'ল যে দক্ষিণৰ ফালে জ্ঞানীলোকসকল বহিব ; উত্তৰৰ ফালে ফকীৰ আৰু ৰহস্যবাদীসকল ; পশ্চিমে হজৰতৰ প্ৰখ্যাত বংশধৰসকল আৰু পূবৰ পিনে বহিব এনে ধৰণৰ আলোচনাৰ বাবে আগ্ৰহ দেখুওৱা ডা-ডাঙৰীয়াসকল। এই সকলোৰে মাজত পৌৰোহিত্য কৰিছিল আকবৰে—অৱশ্যে গম্ভীৰ হৈ তেওঁ সিংহাসনতে বহি থকা নাছিল,



অস্থিৰ ভাব এটা লৈ মুকলিমূৰীয়াকৈ তেওঁলোকৰ মাজত ঘূৰি, এবাৰ এজনৰ লগত আৰু এবাৰ আন এজনৰ লগত কথা পাতি আছিল।

ইছলামৰ অলেখ শাখা-প্ৰশাখাৰ মাজত হোৱা বিবাদৰ অন্ত নাই। আকবৰে তাৰ মাজত নিজকে মিলাই দিছিল। মিল্টনৰ দেৱদূতসকলে সঘনে আজৰি উলিয়াই যিবোৰ আলোচনাৰে আত্মতৃপ্তি লাভ কৰিছিল আকবৰেও তেনে ধৰণৰ আলোচনা শুনিবলৈ ভাল পাইছিল।

কিন্তু অলপ দিনৰ মূৰতে তেওঁৰ মনত অসন্তুষ্টিৰ ভাৱ এটাই দেখা দিলেহি। জ্ঞানৰ দম্ভালি আৰু জটিল আঁত নোহাৱা বাদানুবাদে তেওঁক আমুৱালে আৰু সেয়ে বিৰক্তি বঢ়াই তুলিলে।

মোৰ মনেৰে এটা কথাত সন্দেহ নাই যে সকলো কথাকে আচৰণ আৰু অভিজ্ঞতাৰ কষটি শিলত পৰীক্ষা কৰি চোৱা আকবৰৰ নিচিনা এজন মানুহে ধৰ্ম্মৰ বিচাৰ কৰোঁতে নীৰস ধৰ্ম্মতত্ত্বতকৈ ব্যক্তি জীৱনত ধৰ্ম্মৰ প্ৰভাৱ আৰু ফলৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰিছিল। 'উপাসনা গৃহ' নিৰ্ম্মাণ কৰাৰ মাত্ৰ এবছৰৰ মূৰত ৰাজধানীলৈ এটা খবৰ আহিল আৰু সেই খবৰে তেওঁক বিশেষ সন্তোষ দিলে। প্ৰথম খৃষ্টিয়ান পাদুৰী দুজন বঙ্গত উপস্থিত হৈছিলহি। তেওঁলোকে দীক্ষিত কৰা লোকসকলে সম্ৰাটৰ ৰাজহ আত্মসাৎ কৰিছিল ; পাদুৰী কেইজনে সেই দেখি তেওঁলোকৰ পাপ মোচন কৰিবলৈ অস্বীকাৰ কৰিলে। আনকি বিদেশী চৰকাৰ এটাৰ প্ৰতি শঠতা অৱলম্বন কৰা ব্যক্তিৰ প্ৰতি বিৰূপ মনোভাৱ প্ৰকাশ কৰা এই নতুন ধৰ্ম্মটোনো কি সেই কথা জানিবৰ কাৰণে আকবৰৰ অদম্য আগ্ৰহ জন্মিল ( অৱশ্যে তেওঁ আগতেও খৃষ্টান ধৰ্ম্মৰ বিষয়ে সন্ধান লৈছিল, কিন্তু বিশেষ একোকে জানিবলৈ নেপালে )। ১৫৭৮ চনত বঙ্গৰ ধৰ্ম্ম-যাজক ফাডাৰ পেৰিৰাক মতাই আনি তেওঁক প্ৰশ্ন কৰিবলৈ ধৰিলে। কিন্তু পেৰিৰা ধৰ্ম্মপ্ৰাণ

লোকহে আছিল। তেওঁৰ সিমান পাণ্ডিত্য নাছিল ; সম্ৰাটৰ প্ৰশ্নৰ জাউৰিৰ আগত তেওঁ অসহায় বোধ কৰিলে। তেওঁ কলে যে তেওঁতকৈ বেছি জনাবুজা মানুহ এজনকহে মতাব লাগে। জেছুইটসকলৰ মাজত তেনে মানুহ বহুতো আছিল। সেই দেখি গোৱালৈ এখন চিঠি ( তাৰ পূৰ্ণ পাঠ এতিয়াও সংৰক্ষিত হৈ আছে ) পঠোৱা হ'ল—ফতেপুৰ শিক্ৰিলৈ দুজন জনা-বুজা পাদুৰীক পঠিয়াবৰ কাৰণে সেই চিঠিৰ যোগেদি জনোৱা হয়। যথেষ্ট দ্বিধাৰ মূৰত সেই নিমন্ত্ৰণ গ্ৰহণ কৰা হয়। ৰেডলফ' একুৱাভিভা নামৰ নিয়পলিটান জেছুইট যুৱক এজনক নেতা ৰূপে বছা হয় ; এই উচ্চ বংশৰ মানুহ জন গোৱালৈ নতুনকৈ আহিছিল। তেওঁৰ লগত পঠোৱা হ'ল—এন্টনিয় মন্‌ছেৰেট নামৰ স্পেন দেশীয় এজনক ; তেওঁলোকৰ এই যাত্ৰাৰ পূৰ্ণ বিবৰণী লিপিবদ্ধ কৰি থবৰ কাৰণে তেওঁক কোৱা হৈছিল। ইছলামৰ পৰা ধৰ্ম্মান্তৰ গ্ৰহণ কৰা হেনৰিক নামৰ ইৰানীয় এজনো তেওঁলোকৰ লগত গ'ল।

জেছুইটসকলক ৰাজসভালৈ আমন্ত্ৰণ জনাই আকবৰে শঠতাপূৰ্ণ ভূমিকা এটা লোৱা বুলি তেওঁৰ বিৰুদ্ধে অভিযোগ কৰা হয় ; কিয়নো প্ৰকৃততে তেওঁ পৰ্ত্তুগীজসকলক শত্ৰুজ্ঞান কৰিছিল আৰু ভাৰতীয় উপকূলত থিতাপি লগা অঞ্চলবোৰৰপৰা তেওঁলোকক এদিন খেদাই পঠোৱাৰ আশা পোষণ কৰিছিল। অৱশ্যে এই বিষয়ে সন্দেহ নাই যে ইউৰোপীয়সকলৰ লগত সংযোগ ঘটাৰ ফলত আৰু তেওঁলোকৰ সামৰ্থ্য আৰু লক্ষ্য সম্পৰ্কে জানি বুজি লোৱাৰ পৰা তেওঁ ৰাজনৈতিক ক্ষেত্ৰত লাভৱান হৈছিল। গোৱাৰ প্ৰতি দেখুওৱা আচৰণৰ বেলিকা তেওঁ অৱশ্যে সময়ত দূতলীয়া নীতি এটা অনুসৰণ কৰিছিল বুলি নিশ্চয় কব লাগিব। কিন্তু খৃষ্টিয়ান ধৰ্ম্মৰ স্বৰূপ আৰু মতবাদ সম্পৰ্কে জানিবলৈ তেওঁৰ অকৃত্ৰিম আগ্ৰহ নাছিল বুলি বা জেছুইট কটকীসকলৰ লগত



তেওঁৰ বন্ধুতা আন্তৰিকতা বিহীন আছিল বুলি বিশ্বাস কৰাটো মোৰ পক্ষে অসম্ভৱ যেন লাগে। তেওঁলোকক আন্তৰিক অভ্যৰ্থনা জনাই তেওঁ যে অকল নিজৰ সিংহাসনকে বিপন্ন কৰি তুলিছিল এনে নহয়, নিজৰ জীৱনো বিপন্ন কৰিছিল। প্ৰৱল বিৰোধিতাৰ মাজতো আকোৰগোঁজ মনোভাৱ লৈ তেওঁ নিজকে যি বিপদৰ মাজলৈ ঠেলি নিছিল, তাৰ প্ৰত্যবায়ত তেওঁৰ কি ৰাজনৈতিক সুবিধা থাকিব পাৰে? তেওঁৰ চৰিত্ৰ এনেকুৱা ধৰণৰ যে এহাতে ধৰ্ম্ম সম্পৰ্কে অসীম আগ্ৰহ আছিল, আনহাতে ৰাজনৈতিক সুবিধা লাভ কৰাৰ বাবে প্ৰয়োজন অনুসৰি আন পন্থা অৱলম্বন কৰিবলৈকো তেওঁ হেলা নকৰিছিল।

ইতিমধ্যে আকবৰে আৰু এটা অভিজ্ঞতা লাভ কৰিলে ; লৰাকালত আৰু ডেকা অৱস্থাৰো প্ৰাৰম্ভিক কালত সেই একে ধৰণৰ অদ্ভুত আধ্যাত্মিক অভিজ্ঞতা এটা তেওঁ লাভ কৰিছিল।

১৫৭৮ চনৰ এপ্ৰিল মাহত পঞ্জাবত অভাৱনীয় পয়োভৰেৰে চিকাৰ বা 'কামাৰগাহ'ৰ দিহা কৰিবলৈ নিৰ্দ্দেশ দিয়া হ'ল। এনে চিকাৰ যাত্ৰাত কেতিয়াবা চিকাৰ খেদিবলৈ পঞ্চাশ হেজাৰ লোক নিয়োজিত হয়। ৪০।৫০ মাইল ব্যাসৰ চক্ৰ এটা গঠন কৰি মানুহে চিকাৰ হুৰাই খেদি আনিলে। শেষৰ কেইদিনৰ বিভৎস হত্যাকাণ্ডৰ প্ৰস্তুতিৰ হকে চিকাৰ খেদা মানুহে দহ দিন ধৰি এই কাম চলায়। কিন্তু তেনেতে কোনো আগজাননী নিদিয়াকৈ হঠাতে চিকাৰখেদা সকলো কাম বন্ধকৰি দিয়া হ'ল। কোনেও "টিপচি চৰাইৰ পাখি এডালো ছিঙিব নোৱাৰে" এই বুলি হুকুম জাৰি কৰি প্ৰত্যেক জন্তুক স্বভাৱ অনুসাৰে পলাবলৈ সুবিধা কৰি দিয়া হ'ল।

হঠাতে তেওঁ এনে কিয় কৰিলে? বাডাউনিয়ে কয় যে "সম্ৰাটৰ মনত এটা অদ্ভুত অৱস্থা আৰু উগ্ৰ মানসিক অস্থিৰতাই দেখা দিয়ে"

আৰু তাকেই কোনো কোনোৱে ইয়াৰ মূল কাৰণ বুলি ধৰে ; কিন্তু "গুপ্ত ৰহস্য জানে মাথো ঈশ্বৰেহে।" মিঃ ভিনচেণ্ট স্মিথৰ সাধাৰণজ্ঞান-পৰিপুষ্ট অভিমত হল এয়ে যে তেওঁ হয়তো শুই থাকোতে সপোন দেখিছিল, নাইবা সম্ভৱতঃ মৃগীৰোগৰ দ্বাৰা আক্ৰান্ত হৈছিল।

অলঙ্কাৰপূৰ্ণ ৰচনাৰীতি হলেও আবুল ফজ্‌লৰ বিৱৰণী অধিক বিশ্বাসযোগ্য বুলি মই ভাবোঁ। বহুত দিনৰ আগতে লৰা অৱস্থাত এদিন তেওঁ ভৈৰামৰ নিজানলৈ উত্তেজিত হৈ যোৱাৰ দৰেই মে মাহৰ এই দিনটোতো দিব্যজ্ঞানৰ তীব্ৰ মুহূৰ্ত্ত এটা আহিছিল, যিটো মুহূৰ্ত্তত তেওঁ ঈশ্বৰৰ লগত একাত্ম অনুভৱ কৰিছিল। পৃথিৱীত তেওঁ কৰা বিৰাট কাৰ্য্যকলাপৰ প্ৰতি, পাৰ্থিৱ জাকজমকতাৰ প্ৰতি—আনকি সিংহাসনৰ প্ৰতিও সেই মুহূৰ্ত্তত এটা তীব্ৰ বিতৃষ্ণাৰ ভাৱে তেওঁক আৱৰি ধৰিছিল। এই সকলোবোৰ পৰিত্যাগ কৰি সামান্য ফকীৰৰ দৰে মনৰ জ্যোতিকে লৈ অকলশৰে থকাটো কিমান ভাল! নিৰ্দ্দোষ জন্তুবোৰৰ ব্যাপক আৰু ভয়ঙ্কৰ হত্যাকাণ্ডৰ কথাটো এনে এটা ক্ষণত অতি ভয়ানক মূৰ্খালি আৰু পাপ বুলি তেওঁৰ মনত ধাৰণা জন্মিল। সৃষ্টিকৰ্ত্তাৰ দৃষ্টিত সকলো জীৱই একে। দুহেজাৰ বছৰৰ আগতে বুদ্ধৰ ক্ষেত্ৰত যি ঘটিছিল, ঠিক সেই দৰেই এজোপা গছৰ তলত জিৰণি লৈ থাকোঁতে আকবৰে এই অভিজ্ঞান লাভ কৰিলে।

কিন্তু সেই আধ্যাত্মিক আৱেশ আঁতৰি যোৱাৰ লগে লগে জৰুৰী ৰাজকাৰ্য্যৰ হেঁচা, কামবনৰ অভ্যাস আৰু কৰ্ম্মঠ শৰীৰৰ চাহিদাই অসীমত পথহাৰা হৈ ফুৰা তেওঁৰ আত্মাক পুনৰ অৱৰুদ্ধ কৰি ৰাখিলে। আকৌ আকবৰ সম্ৰাট, বিৰামবিহীন কৰ্ম্মী আৰু প্ৰজাৰ পালক হৈ পৰিল। আজৰি পৰত তেওঁ আকৌ উপাসনা গৃহলৈ যাবলৈ ধৰিলে ; কিন্তু ইতিমধ্যে এই স্থান অতিশয় তিক্ততাপূৰ্ণ বিবাদেৰে মুখৰিত হৈ



উঠিল। প্ৰতিদ্বন্দ্বী দুটা সম্প্ৰদায়ৰ মাজত তীব্ৰ বিৰোধিতা হবলৈ ধৰিলে—একমাত্ৰ নিজৰ পথটোহে সত্য বুলি প্ৰত্যেকে দাবী তুলিলে। কিন্তু নিজৰ শুদ্ধতা সম্পৰ্কে কোন নিশ্চিত হব পাৰে! আকবৰে বাৰেপতি এই প্ৰশ্নটোৰ কথাকে ভাবি আছিল। মুছলমানসকলৰ আত্মপ্ৰত্যয়পূৰ্ণ ধৰ্ম্মান্ধতা আকবৰৰ পক্ষে একেবাৰে অভাৱনীয় কথা আছিল ; তেওঁলোকে যিমানেই বেছি খাটাংভাৱে কবলৈ ধৰিলে, তেওঁৰ সন্দেহো সিমানে বাঢ়ি গল। তেওঁ যিবোৰ কথা সমূলি ভাল নেপায়, ইছলামে ঠিক তেনেবোৰ কথাকে জাউৰিয়ে জাউৰিয়ে তেওঁৰ আগত উলিয়ালে, ফলত ইছলামৰ প্ৰতি সম্পূৰ্ণ বিৰূপভাৱ তেওঁৰ মনত গঢ়ি উঠিল।

কিন্তু তেওঁ ইমান দিনে হেঁপাহেৰে বিচাৰি ফুৰা সত্য কত আছে? অন্যান্য সম্প্ৰদায়ৰ লোককো বিতৰ্কসভালৈ আমন্ত্ৰণ জনালে হয়তো সত্যৰ কিবা কথা প্ৰকাশ পাব পাৰে। গতিকে সকলো ধৰ্ম্মৰ প্ৰতি স্বাগত জনোৱা হল ; চুন্নী, চিয়াঁ আৰু চুফী—ইছলামৰ এই সম্প্ৰদায় বিলাকৰ উপৰিও হিন্দু, জৈন, পাৰ্চী, জৰথুস্ত্ৰবাদী, ইহুদী আৰু শেষত খৃষ্টিয়ান সকলকো দৰবাৰলৈ আমন্ত্ৰণ কৰা হ'ল।

কেইবামাহো ধৰি ভ্ৰমণ কৰাৰ মূৰত ১৫৮০ চনৰ ফেব্ৰুৱাৰী মাহত একোৱাভিভা আৰু তেওঁৰ লগৰীয়াসকল উপস্থিত হলহি। ৰাজধানীৰ জাকজমকতা দেখি তেওঁলোক স্তম্ভিত হ'ল। আলিবাটেদি তেওঁলোক যাওঁতে প্ৰত্যেকে থৰ লাগি এই আচহুৱা মানুহ কেইজনক চাবলৈ ধৰিছিল—তেওঁলোকৰ গাত ক'লা সাজ, মুখত ডাঢ়ি-গোফ নাই—মূৰৰ চুলি খুৰোৱা আৰু তেওঁলোক নিৰস্ত্ৰ। সম্ৰাটৰ আগত তেওঁলোক যেতিয়া প্ৰথমে উপস্থিত হৈছিল গৈ তেতিয়াও তেওঁলোকক বৰ আচৰিত যেন লাগিছিল—মণিমুকুতা খচিত পাটৰ সাজ পিন্ধা মোগল

ডা-ভাঙৰীয়াসকলৰ তুলনাত আৰু জাকজমকতাপূৰ্ণ পৰিবেশৰ মাজত তেওঁলোকক নিচেই অনাড়ম্বৰ দেখা গৈছিল। আকবৰৰ ৰাজসভাৰ শিল্পী এজনে এই দৃশ্যটো আঁকি থৈ গৈছে। একোৱাভিভা চুটি চাপৰ, জধলা আৰু আপোনভোলা মানুহ; টুপীটো বা চচ্‌মাযোৰ কৰবাত থৈ আনঠাইত সদায় বিচাৰি ফুৰে। তেওঁ ইমান লাজকুৰীয়া আছিল যে সম্ৰাটৰ কথাৰ উত্তৰ দিওঁতে বা সম্ৰাটক সম্বোধন কৰি কিবা কওঁতে তেওঁৰ কাণমূৰ ৰঙা পৰি যায়। কিন্তু তেওঁৰ অন্তৰত বল আছিল। এই প্ৰবল প্ৰতাপী সম্ৰাটজনক দীক্ষিত কৰিবলৈ ঈশ্বৰ প্ৰদত্ত সুযোগ এটা পোৱা হেতুকে তেওঁ আনন্দৰ পাৰ নোপোৱা হ'ল। তেওঁৰ অন্তৰৰ গোপন কামনা আছিল এটা মাথোন—সেয়ে হ'ল শ্বহীদৰ সন্মানেৰে বিভূষিত হোৱা। সম্ৰাটৰ ৰক্ষণাবেক্ষণ আৰু আদৰ আশ্বাসৰ মাজত থাকি আমনি লাগিলে তেওঁ হুমুনিয়া পেলাই ভাবে—“আমি কেতিয়া শহীদ হম?”

আকবৰে জেছুইট্‌সকলক সস্নেহে আদৰণি জনালে আৰু তেওঁলোকক বহুতো ধন বঁটাস্বৰূপে দিবলৈ নিৰ্দ্দেশ দিলে। অৱশ্যে সেই বঁটা তেওঁলোকে প্ৰত্যাখ্যান কৰিলে—পুনঃ পুনঃ যাচি দিয়াতো তেওঁলোকে বঁটা প্ৰত্যাখ্যান কৰিছিল। এনে আত্মসংযম দেখি আকবৰ প্ৰশংসামুখৰ হৈ উঠিল—এইটো তেওঁৰ কাৰণে নতুন অভিজ্ঞতা। তেওঁলোকৰ ইপ্সিত সম্ৰাটক ধৰ্ম্মান্তৰকৰণৰ বাবে চেষ্টা কৰাৰ আগতে পাদুৰীসকলে পেৰিবাৰ আগত সম্ৰাটৰ খৃষ্টধৰ্ম্মৰ প্ৰতি থকা মনোভাৱৰ কথা জনাইছিল। যিশুখৃষ্টৰ প্ৰতি আকবৰে গভীৰ শ্ৰদ্ধাৰ ভাৱ পোষণ কৰা আৰু যিশুৰ বাণীসমূহে তেওঁক গভীৰ তৃপ্তি দান কৰা যেন এই সময়ত অনুমান হৈছিল। কিন্তু তেওঁ যেতিয়া শুনিলে যে এজন ঈশ্বৰৰ মাজতে তিনিজন ‘পুৰুষ’ আছে আৰু এগৰাকী কুমাৰীৰ গৰ্ভত ঈশ্বৰৰ



এজন পুত্ৰ সন্তানৰ জন্ম হৈছিল, তেতিয়া “সম্ৰাটৰ বিচাৰ শক্তি ম্লান আৰু মন মেঘাচ্ছন্ন হৈ পৰিল।” তদুপৰি এজন মানুহৰ একাধিক পত্নী নিষিদ্ধ কৰাটো তেওঁৰ মনত বৰ অদ্ভুত কথা যেন লাগিল। নিজৰ ‘হেৰেম’ত তিনিশ পত্নী থকা সম্ৰাট এজনৰ কাৰণে উক্ত একপত্নীৰ ব্যৱস্থা নিশ্চয় অসুবিধাজনক। মহম্মদৰ বিষয়ে অৱশ্যে তেওঁ বৰ তাচ্ছিল্যৰ সুৰত কথা কৈছিল; এইটো অন্ততঃ শুভলক্ষণ বুলি জেছুইট্‌সকলে ভাবিছিল।

সেইদেখি আশা বুকুত বান্ধি তেওঁলোকে আকবৰৰ আমন্ত্ৰণ ক্ৰমে আহোঁতে লগত উপহাৰ স্বৰূপে চাৰিটা ভাষাত লিখা আৰু সাতোটা খণ্ডত বন্ধোৱা বাইবল এখনো আনিলে। আকবৰে বাইবলখন চুমা খাই মূৰত তুলি ললে। ইয়াৰ পাছত ইছলামৰ পণ্ডিতসকলৰ লগত তৰ্ক কৰিবৰ বাবে পাদুৰীসকলক নিমন্ত্ৰণ কৰা হ'ল।

প্ৰথমতে কোৰাণৰ বিষয়ে আলোচনা হ'ল; লেটিন অনুবাদ পঢ়ি জেছুইট্‌সকলে কোৰাণৰ কথা ভাল দৰে জানিছিল। কোৰাণৰ লগত এই অভাৱনীয় পৰিচয়ে আকবৰক স্তম্ভিত কৰি তুলিলে আৰু মুছলমান সকলকো বিব্ৰত কৰিলে। শেষত মুছলমানসকলৰ তৰফৰ পৰা প্ৰত্যাহ্বান আহিল যে অগ্নি-পৰীক্ষা হ'ব লাগে। তেওঁলোকৰ এজনে কোৰাণ হাতত লৈ আৰু খৃষ্টান এজনে বাইবল লৈ জুইৰ মাজেদি খোজ কাঢ়ি যাব লাগিব। যিখন পুঁথি জুইয়ে নোপোৰাকৈ থাকে সেইখনেই সত্য বুলি পৰিগণিত হব। পাদুৰীসকলে কলে যে তেওঁলোকৰ ধৰ্ম্মবিশ্বাসক অলৌকিক ঘটনাৰ যোগেদি পৰীক্ষা কৰাৰ প্ৰয়োজন নাই। কিন্তু পিছত একোৱাভিভাই সম্ৰাটক অকলে লগ ধৰি কলে যে সম্ৰাটে যদি আদেশ দিয়ে তেন্তে অগ্নিকুণ্ডত উঠিবলৈ তেওঁলোক সাজু আছে; অৱশ্যে তেওঁলোকে কিবা অলৌকিক ঘটনা

ঘটাব পাৰিব বুলি আশা কৰা নাই। আকবৰে যদিও এই প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ তেওঁলোকক ৰাজহুৱা ভাৱে জনাইছিল, এতিয়া তেওঁ একোৱাভিভাক ভিতৰুৱাকৈ জনালে যে ইয়াৰ মূলত তেওঁৰ গোপন উদ্দেশ্য এটা আছে। এজন মোল্লাই নিজৰ পৱিত্ৰতা সম্পৰ্কে যশোগান কৰি থাকে; কিন্তু প্ৰকৃততে তেওঁ দুৰ্নীতিপৰায়ণ, অসৎ লোক। আকবৰৰ অভিসন্ধি আছিল এয়ে যে এই মানুহজন জ্বলন্ত চিতাত উঠি ভস্মীভূত হওক। কোবাণে অলৌকিক ঘটনা ঘটাই ৰক্ষা কৰিব পাৰিব বুলি তেওঁ আশা কৰা নাছিল। একোৱাভিভাই তাৰ উত্তৰত কলে যে মানুহক বধ কৰাই নহয়, মানুহৰ প্ৰাণদণ্ড বা মৃত্যু ঘটোৱা কাৰ্য্যত সহায় কৰাও পাদ্ৰীসকলৰ কাৰণে নিষিদ্ধ। আকবৰে কলে—"কিন্তু এই পৰীক্ষাত আপোনালোক অৱতীৰ্ণ হোৱাটো মই বিচৰা নাই, আপোনালোক তাকে কৰিবলৈ যে আগ্ৰহশীল মাত্ৰ সেই কথাহে কব লাগে।" "আমি তাকো কৰিব নোৱাৰিম।"

"বাৰু, তেন্তে এইটো কথাত মান্তি হওক—আপুনি জুইৰ মাজেদি পাৰ হৈ যাব বুলি মই ঘোষণা কৰিম। আপুনি মাত্ৰ মনে মনে থাকিব।"

"আপুনি যদি তাকে কৰে, তেন্তে আমি তেনে কাম নকৰো বুলি প্ৰকাশ্যে ঘোষণা কৰিম। এই মানুহজনে যদি শাস্তি পাব লাগে তেন্তে এই যাতনাদায়ক কৌশল অৱলম্বন নকৰি পোনপটীয়াভাৱে তেওঁক শাস্তি নিবিহে কিয়?"

এই আচৰিত ঘটনা সম্পৰ্কে মন্‌ছেৰেটে এই মৰ্ম্মে বিৱৰণী দিছে। আবুল ফজ্‌লৰ মতে জেছুইট্‌সকলেহে এই পৰীক্ষাৰ প্ৰস্তাৱ আগবঢ়াইছিল আৰু তাৰ উত্তৰত সংকীৰ্ণমনা মোল্লাসকলে গালি শপনি পাৰিছিল। আনহাতে বাডাউনিৰ মতে চিতা জ্বলাই সাজু কৰা হৈছিল ('আকবৰ নামা'ৰ এখন পাণ্ডুলিপিত এই দৃশ্য অঙ্কন কৰি বিবাদমান লোকসকলৰ মাজত একুৰা জুই জ্বলাই দেখুওৱা হৈছে) আৰু শেখ এজনে পাদ্ৰী এজনক কোটত ধৰি টানি আনি জুইৰ মাজত সোমাবলৈ কৈছিল; কিন্তু পাদ্ৰীজনৰ সাহসে নুকুলালে। মোৰ মনেৰে মন্‌চেৰেটৰ বৰ্ণনাই আটাইতকৈ বিশ্বাসযোগ্য বৰ্ণনা। এই পৰীক্ষাৰ সাৰ্থকতা সম্পৰ্কে প্ৰকৃততে আকবৰৰ একো বিশ্বাস নাছিল; অৱশ্যে তাৰে প্ৰমাণ চাবলৈ ইচ্ছা কৰাৰ জোখাৰে হয়তো তেওঁৰ মনত কুসংস্কাৰ আছিল (আন প্ৰসঙ্গতো তেওঁৰ কুসংস্কাৰ প্ৰকাশ হৈছিল)। আকৌ হয়তো তেওঁ বিশ্বাস নকৰা আৰু ভাল নোপোৱা মোল্লাজনক আঁতৰাবাৰ কাৰণে হাতত লোৱা এই আচৰিত ধৰণৰ আৰু লৰামতীয়া আঁচনি খনে তেওঁক আমোদ দিছিল। অনুমান হয় যে এই প্ৰত্যাহ্বান একাধিকবাৰ জনোৱা হৈছিল; কিন্তু কাৰ্য্যক্ষেত্ৰত একো নহলগৈ।



একোৱাভিভাৰ উজ্জ্বল সাধুতা আৰু খোলা মনে আকবৰক আকৃষ্ট কৰিব পাৰিছিল; তেওঁ ক্ৰমে অধিক পৰিমাণে এই মানুহজনক শ্ৰদ্ধা দেখুৱাবলৈ ধৰিলে। কিন্তু তেওঁ কঠিন আৰু অসুবিধাজনক পৰিস্থিতি এটাৰ সম্মুখীন হ'ল। নিকপকপীয়া আৰু সকলো প্ৰতিদ্বন্দ্বীৰ প্ৰতি অসহিষ্ণুতা প্ৰদৰ্শন কৰা যি ধৰ্ম্মবিশ্বাস তেওঁৰ পূৰ্ব্বপুৰুষসকলে অনুসৰণ কৰি আহিছিল, তাৰপৰা তেওঁ আঁতৰি যোৱা কথাটোত গোড়া মুছলমান সকলে অসন্তুষ্টি প্ৰকাশ নকৰি খোলাখুলিভাৱে মানি লোৱাটো আচৰিত কথা যেন লাগে। এইটো ঠিক যে সকলো মুছলমানৰ মাজত ইয়াৰ ফলত সন্ত্ৰাস, অবিশ্বাস আৰু তিক্ততাৰ ভাব উপজিছিল। এটা কথাত সন্দেহ নাই, তেওঁলোকৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা তীব্ৰ বিৰোধে তেওঁলোকৰ প্ৰতিবাদৰ জোৰ কমাই পেলাইছিল। তদুপৰি আকবৰৰ

সিংহাসনৰ ভেটি সুদৃঢ় কৰি থৈছিল হিন্দুসকলে ; হিন্দুৰ ওপৰত তেওঁ বিশ্বাস স্থাপন কৰি তেওঁলোকক কৰ্ত্তৃত্বসম্পন্ন পদ দিছিল। সংখ্যাত তাকৰীয়া হলেও তেওঁৰ দৰে চিন্তা কৰা মানুহৰ পৰা, বিশেষকৈ আবুল ফজ্‌লৰ পৰা তেওঁ সমৰ্থন লাভ কৰিছিল। কিন্তু নিজৰ ব্যক্তিগত শ্ৰেষ্ঠতাৰ ওপৰতে আকবৰে আটাইতকৈ বেছি পৰিমাণে বিশ্বাস স্থাপন কৰিছিল।

পৰিচয় ঘনিষ্ঠ হোৱাৰ লগে লগে খৃষ্টধৰ্ম্মই তেওঁৰ পৰা আৰু অধিক সঁহাৰি নোপোৱা হ'ল। সম্ভৱতঃ একোৱাভিভা আৰু মন্‌ছেৰেট সৎ আৰু নিষ্ঠাবান লোক নহৈ সুকীয়া ধৰণৰ মানুহ হোৱাহেঁতেন তেওঁলোকে দিব খোজা ধৰ্ম্মৰ প্ৰতি মৰমৰ চকুৰে চাবলৈ আকবৰে অচিৰে এৰি দিলেহেঁতেন। তেওঁৰ সম্পূৰ্ণ দায়িত্ব লবলৈ আৰু সম্ৰাটৰ পৰা সুযোগ পালে তেওঁৰ মন আৰু ইচ্ছা সম্পূৰ্ণৰূপে তেওঁলোকৰ প্ৰভাৱৰ অধীনত ৰাখিবলৈ তেওঁলোকে যে আগ্ৰহ পোষণ কৰিছিল, সেইটো ক্ৰমে সুস্পষ্ট হৈ উঠিছিল। তেওঁলোকৰ সঙ্কল্প আছিল এয়ে যে সম্ৰাটে পোনতে তেওঁৰ জীৱন-ধাৰা সলাব লাগিব, এগৰাকীৰ বাহিৰে আন সকলো পত্নীক ত্যাগ কৰিব লাগিব, তেওঁলোকৰ ওচৰত অকলে নীতিশিক্ষা লোৱাত অধিক সময় নিয়োগ কৰিব লাগিব আৰু ব্যৱসায়, খেল-ধেমালি আদিত নিয়োজিত কৰা সময় কমাব লাগিব। তাকে কৰিবলৈ তেওঁৰ সমূলি ইচ্ছা নাছিল। কিন্তু সম্ৰাটে সত্যহতে তেওঁলোকক এই বুলিয়েই কৈ থ'লে যে যিশুৰ বাণী আৰু খৃষ্টৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা আছে যদিও 'ত্ৰিপুৰুষ'ৰ ( trinity ) আদৰ্শবাদ আৰু কুমাৰীৰ গৰ্ভধাৰণৰ কথা তেওঁ বুজিব পৰা নাই ; এই কথা নুবুজালৈকে তেওঁ খৃষ্ট ধৰ্ম্মক পূৰ্ণাঙ্গ ভাৱে গ্ৰহণ কৰিব নোৱাৰে। অৱশ্যে তাৰ উত্তৰত একোৱাভিভাই কৈছিল যে তেওঁ ভগৱানৰ ওচৰত দিব্যজ্ঞানৰ বাবে প্ৰাৰ্থনা জনাব লাগিব আৰু বিশ্বাসৰ শক্তিৰ ওচৰত মেধাক অৱনত কৰি ৰাখিব লাগিব।



আৰম্ভণিৰ পৰাই আকবৰে পাদুৰীসকলক এইবুলি সতৰ্ক কৰি দিছিল যে মুছলমান নেতাসকলৰ লগত তেওঁলোকে সাৱধানে চলা উচিত আৰু হজৰতক অস্বীকাৰ কৰিবৰ বেলিকা অতিমাত্ৰা উগ্ৰতা দেখুৱাব নেলাগে। দৰাচলতে তেওঁলোকে যথেষ্ট খোলোচাভাৱে মন্তব্য কৰিছিল যদিও সংযতভাৱে আচৰণ কৰিবলৈ চেষ্টা কৰিছিল। অৱশ্যে "নাৰকীয়" মহম্মদৰ প্ৰতি শ্ৰদ্ধা জনোৱা শুনিলে তেওঁলোক অতিষ্ঠ হৈ উঠিছিল। গোৱাৰ ৰেক্টৰলৈ লিখা চিঠি এখনত একোৱা-ভিভাই এই বুলি লিখিছিল—"আমি সঁচা কথাটো কব নোৱাৰো, কিয়নো আমি বেছি আগ বাঢ়িলে সম্ৰাটৰ জীৱন বিপন্ন হৈ পৰিব।"

সেইদেখি এইটো এটা অতিশয় জটিল পৰিস্থিতি। এহাতে একোৱাভিভা তেতিয়াও পুৰঠ বয়সৰ নহয়, সংসাৰৰ কথা-বতৰাতো তেওঁ অনভিজ্ঞ ; গোৱাত উপস্থিত হবৰ সময়ত তেওঁৰ বয়স ত্ৰিশ বছৰো হোৱা নাছিল। তেওঁৰ স্বাস্থ্য দুৰ্ব্বল আছিল ; কিন্তু মনোবল আছিল অদম্য। তেওঁ এজন স্বভাৱতে সাধু পুৰুষ আছিল। যিশুৰ বাণী সম্পৰ্কে তেতিয়াও একোকে আওভাও নোপোৱা—বিধৰ্ম্মীৰে ভৰা বিশাল দেশ এখনৰ এই মহান আৰু প্ৰতাপী সম্ৰাট জনক ধৰ্ম্মান্তৰ কৰাৰ উজ্জ্বল ছবি এখন তেওঁৰ সম্মুখত উপস্থিত হৈছিল। কিন্তু প্ৰকৃততে ৰাজপ্ৰাসাদতে থাকিবলৈ পাইছিল যদিও ( ৰৰদিনৰ পাছত আকবৰৰ নিমন্ত্ৰণক্ৰমে জেছুইট্‌সকলে তেওঁলোকৰ অতিথিশালাৰ পৰা ৰাজপ্ৰাসাদলৈ উঠি আহিছিল ) আৰু সকলো আদৰ স্নেহ লাভ কৰিছিল যদিও খৃষ্টধৰ্ম্মত দীক্ষিত কৰাবলৈ ইচ্ছা কৰা মানুহজন আৰু নিজৰ মাজত এখন সূক্ষ্ম আৱৰণ অনুভৱ কৰিছিল।

আনহাতে আকবৰে অকলে দহজন মানুহৰ কাম কৰে ; তেওঁৰ বিশাল সাম্ৰাজ্যৰ শাসনৰ বাঘ-জৰী নিজৰ হাতৰ মুঠিত ৰাখিছিল, অনবৰত শাৰীৰিক আৰু মানসিক উভয় পৰ্য্যায়ৰ বিবিধ কামত তেওঁ ব্যস্ত থাকে। ৰাজপাট ত্যাগ নকৰাকৈ আৰু নিজৰ ব্যক্তিসত্তাৰ সকলো প্ৰবৃত্তিক অস্বীকাৰ নকৰাকৈ কেনেকৈ জীৱনধাৰাৰ আমূল পৰিবৰ্ত্তন সাধন কৰি সম্পূৰ্ণ আত্মসমৰ্পণ দাবী কৰা মানুহ জনৰ ওচৰত সম্ৰাটে নিজকে অৰ্পণ কৰিব ? একোৱাভিভাই একান্তভাৱে ধৰ্ম্মকে সাৰোগত কৰি লৈছিল, তেওঁ নিৰ্জ্জনতা ভাল পাইছিল ; অনশন কৰি আৰু নিজৰ গাত নিজে আঘাত কৰি অনবৰত তেওঁ নিজ শৰীৰক কষ্ট দিছিল। কুমাৰীৰ সম্মানাৰ্থে গুণগান কৰিবলৈ তেওঁ যুগুত কৰা সৰু গীতবোৰ গাই নিজৰ আত্মাক তেওঁ পৰিতৃপ্ত কৰিছিল আৰু শ্বহীদৰ আত্মাহুতিৰে তেওঁ মুক্তি কামনা কৰিছিল। সেইজন একোৱাভিভাই এইবোৰ কথা বুজিব কেনেকৈ ? মানুহ হিচাপে পৰস্পৰৰ প্ৰতি আকৃষ্ট হলেও তেওঁলোক আছিল প্ৰকৃততে দুখন বেলেগ জগতৰ মানুহ।

## ১১

পাদ্ৰীসকলক মতাই আনি পৃথকে লগধৰি আকবৰে স্বেচ্ছাই ঘোষণা কৰিলে যে কোনো লাঞ্ছনাৰ সন্মুখীন নোহোৱাকৈ মন্দিৰ নিৰ্ম্মাণ কৰিবলৈ যেনেকৈ তেওঁ হিন্দুসকলক অনুমতি দিছে ঠিক সেইদৰে খৃষ্টানসকলেও তেওঁৰ সাম্ৰাজ্যলৈ আহি মুকলিমূৰীয়াভাৱে বসবাস কৰি তেওঁলোকৰ ইচ্ছানুসাৰে গীৰ্জ্জা নিৰ্মাণ কৰাটো তেওঁ কামনা কৰে ; বোধকৰো ইয়াতে আকবৰৰ প্ৰকৃত মনোভাৱ প্ৰকাশ পাইছিল। এনে প্ৰেম আৰু দয়াৰ সুৰত কৰা স্বতঃস্ফূৰ্ত্ত ঘোষণাই পাদ্ৰীসকলক ইমান অভিভূত কৰিছিল যে একোৱাভিভাই অতি চোকা ভাষাত সম্ৰাটলৈ বুলি যুগুত কৰা চিঠি এখন পঠোৱাটো স্থগিত ৰাখিলে। ধৰ্ম্মৰক্ষেত্ৰত উদাৰতা দেখুওৱা বাবে তেওঁক কোনোবাই হত্যা কৰে বুলি প্ৰকৃততে আকবৰৰ মনত আশঙ্কা জন্মিছিল বুলি ধাৰণা হয় ; তেওঁ এই বিষয়ে ইঙ্গিতো দিছিল। তেওঁ কৈছিল যে তেওঁ নিহত হবলৈ হলে তেওঁৰ বংশ ধ্বংস হ'ব আৰু তেওঁৰ সাম্ৰাজ্যও টুকুৰাটুকুৰ হ'ব। সেইদেখি তেওঁ সন্তৰ্পণে, লাহে ধীৰে আগবাঢ়িব লাগিব।

জেছুইট্সকলেও সাৱধানে অগ্ৰসৰ হোৱা আৰু তেওঁলোকৰ উদ্দেশ্য পূৰণৰ বাটত অযথা লৰালৰি ভাৱ প্ৰদৰ্শন নকৰাটোকে ভাল হ'ব বুলি উপলব্ধি কৰিলে। এইটো হয়তো কল্পনা কৰিবলৈকে টান লাগিব যে আকবৰে তেওঁলোকৰ আগত যি প্ৰস্তাৱ দাঙি ধৰিলে সেই প্ৰস্তাৱ তেওঁলোকৰ বাবে লোভনীয় আৰু উৎসাহজনক নাছিল। সেই সময়ত অৱশ্যে এয়ে আপোচৰ নিদৰ্শন বুলি ধাৰণা কৰা হৈছিল ; হয়তো পাছত তাৰ পৰাই কিবা সুফল হবগৈ পাৰে। কিন্তু জেছুইট্সকলে একেলগে সকলো সুবিধা বিচাৰিছিল, সুবিধা আংশিকভাৱে গ্ৰহণ কৰাৰ পক্ষপাতী

তেওঁলোক নাছিল। হয় আকবৰে দীক্ষা গ্ৰহণ কৰিব আৰু সেয়ে খৃষ্ট ধৰ্ম্মৰ বিৰাট বিজয় ঘোষণা কৰিব, নহয় তেওঁলোকে তেওঁৰ ৰাজসভা ত্যাগ কৰি গোৱালৈ প্ৰত্যাৱৰ্ত্তন কৰিব। হিন্দুক তেওঁলোকে পৌত্তলিক বুলি সদায় অভিহিত কৰিছিল, পৌত্তলিকৰ লগত সমপৰ্য্যায়ত তেওঁলোকক স্থান দিয়াটো অপমানজনক বুলি ভাবিছিল। হিন্দুৰ লগত সমপৰ্য্যায়ৰ স্থান লাভৰ সুবিধাই হয়তো ডাঙৰ সুযোগ উলিয়াই দিব পাৰিব; কিন্তু তাৰদ্বাৰা তেওঁলোকে যি আশা কৰিছিল (সম্ৰাটক দীক্ষিত কৰিবলৈ) তাক কেতিয়াও পূৰণ কৰিব নোৱাৰিব।

অথচ আকবৰে মাত্ৰ সেই সুবিধাহে আগ বঢ়াব পৰা অৱস্থাত আছিল। তেওঁ দেখিবলৈ পালে বিভিন্ন ধৰ্ম্ম অৱলম্বনকাৰী লোকৰ মাজত ভাল মানুহ আছে; তেওঁৰ যুক্তি হল এয়ে যে সকলো ধৰ্ম্মৰ মাজতে ভাল কথা আছে। ধৰ্ম্মবিষয়ক কথাত সহানুভূতিশীল আৰু সহনশীল মনোভাৱ পোষণ কৰাটোকেই তেওঁ খাটাং নীতিৰূপে মানি লৈছিল। মুছলমানসকলৰ অসহিষ্ণুতাই তেওঁক তেওঁৰ পূৰ্ব্বপুৰুষ সকলৰ ধৰ্ম্মৰপৰা আঁতৰাই নিলে। এতিয়া খৃষ্টানসকলৰ মাজতো একে উগ্ৰ অসহিষ্ণুতাৰ ভাব দেখিবলৈ পালে। আমি এই সিদ্ধান্তকে লব পাৰো যে খৃষ্টান ধৰ্ম্ম লোৱাৰ কথা কেতিয়াবা যদি তেওঁৰ মনত খেলাইছিল তেন্তে আন সকলো কথাতকৈ এইটো কথাই (আন ধৰ্ম্মৰ প্ৰতি অসহিষ্ণুভাৱ) তেওঁক খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰাৰপৰা বিৰত কৰাত অধিক ৰৰঙণি যোগালে।

কিন্তু তেওঁ খৃষ্টধৰ্ম্ম গ্ৰহণ নকৰিলে যদিও প্ৰত্যাখ্যানো নকৰিলে। তেওঁ খৃষ্টিয়ানসকলক উদ্গনি দিলে আৰু তেওঁলোকৰ লগত সদ্ভাৱ স্থাপন কৰিলে। পিছে যেতিয়া সকলো প্ৰতিশ্ৰুতি দি নিজক সমৰ্পণ কৰাৰ সীমাত তেওঁ উপনীত হোৱা বুলি জেছুইট্‌সকলে অনুমান কৰিলে



তেতিয়াই তেওঁলোকৰপৰা ফালৰি কাটি পুলুকা মাৰিলে। কিন্তু তেওঁ কিমান দূৰলৈ গ'ল? প্ৰশ্ন সুধি, তৰ্ক কৰি আৰু দিহা পৰামৰ্শ বিচাৰি সময়ে সময়ে মাজনিশালৈকে তেওঁ পাদুৰীসকলৰ লগতে কটায়। একোৱাভিভাই পাৰ্ছিয়ান শিক্ষক এজন বিচাৰিলে। কেইমাহ মানৰ ভিতৰতে তেওঁ সেই ভাষা ইমান ভালদৰে আয়ত্ত কৰি ললে যে খৃষ্টৰ বাণীৰ কিছুমান অংশ অনুবাদ কৰিব পৰা হ'ল আৰু মুছলমানসকলৰ লগতো তেওঁলোকৰ নিজা ভাষাৰ যোগেদি তৰ্ক কৰিব পৰা হ'ল। দ্বিতীয় পুতেক মুৰাদৰ দায়িত্ব আকবৰে জেছুইট্‌সকলৰ হাতত অৰ্পণ কৰাত সেয়ে আটাইতকৈ ডাঙৰ আশাৰ থল হ'ল; কিয়নো শিক্ষাই ধৰ্ম্মান্তৰ কৰা বিষয়ত আটাইতকৈ নিৰ্ভৰযোগ্য পন্থা ৰূপে চিৰকাল পৰিগণিত হৈ আহিছে।

তেওঁলোকে আবুল ফজ্‌লৰ লগত বন্ধুতা স্থাপন কৰিলে; আবুল ফজ্‌লে তেওঁলোকৰ সঙ্গ ভাল পাইছিল আৰু তেওঁলোকৰ প্ৰতি সুদৃঢ় সমৰ্থন আগবঢ়াইছিল। গোটেই সাম্ৰাজ্যতে সহনশীলতাৰ নীতি প্ৰয়োগ কৰা বিষয়ত সম্ৰাটৰ মুখ্য সহায়কাৰী লোক আছিল আবুল ফজ্‌ল। অধিক সুদৃঢ় ভেটিত অৱস্থান কৰা বুলি অনুভৱ কৰি এতিয়া পাদুৰীসকলেআকবৰৰ কিছুমান কুঅভ্যাসৰ বিষয়ে আৰু তেওঁলোকে সমৰ্থন কৰিব নোৱাৰা কিছুমান কাম কৰিবলৈ ৰাজ্যত অনুমতি দিয়া বাবে সম্ৰাটক যথেষ্ট খোলোচাভাৱে গৰিহণা দিবলৈ কুণ্ঠাবোধ নকৰা হ'ল। ৰঙ্গশালাত হিংস্ৰজন্তুৰ লগত মানুহৰ যুদ্ধ চাবলৈ (gladiatorial fight) তেওঁলোকে অস্বীকাৰ কৰিলে; সতীদাহ চাবৰ কাৰণে আমন্ত্ৰিত হোৱাত তেওঁলোকে তীব্ৰ প্ৰতিবাদ জনালে; ইছলামৰ শিক্ষালৈ পুতেকহঁতক কলুষিত হবলৈ দি অসৎকাম কৰা বুলিও তেওঁলোকে সম্ৰাটক গৰিহণা দিলে। আকবৰে একো খংবিষ নেদেখুৱালে।

প্ৰকৃততে তেতিয়াৰ পৰাই তেওঁ সতীদাহ চাবলৈ অস্বীকাৰ কৰিলে; ফলত ব্ৰাহ্মণসকল বিক্ষুব্ধ হ'ল। আকবৰে আনুষ্ঠানিকতা পৰিহাৰ কৰি ঘৰুৱাভাৱে জেছুইট্‌কেইজনৰ লগত কথা-বতৰা পাতিছিল; একোৱাভিভাৱ কান্ধত হাত থৈ ইফালৰপৰা সিফাললৈ অহাযোৱা কৰি কথাবাৰ্ত্তা হৈছিল। ৰাজপ্ৰাসাদৰ অতি ভিতৰুৱা অংশতো তেওঁ-লোকে গ্ৰহণ কৰিবলৈ ইচ্ছা কৰা হলে অজস্ৰ উপহাৰ লব পাৰিলে-হেঁতেন। মুঠতে পাদ্ৰীসকলৰ প্ৰতি দেখুওৱা অনুগ্ৰহৰ মাত্ৰা ইমান বাঢ়িল যে মুছলমানসকলে দেখাদেখিকৈ বিৰুদ্ধভাৱ প্ৰকাশ কৰিবলৈ ধৰিলে। আকবৰে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিবলৈ উপক্ৰম কৰিছে বুলি এটা উৰা বাতৰি কেউপিনে সদৰি হৈ পৰিল। এই উৰা বাতৰি শুনি গোড়াপন্থী লোকসকল অস্থিৰ হৈ উঠিল। আকাঙ্ক্ষাপৰায়ণ লোক-সকলে ভাবিলে যে সম্ৰাটৰ এই নিন্দনীয় স্থলনে তেওঁৰ বিৰুদ্ধে থিয় দিবলৈ এটা সুযোগ উলিয়াই দিছে। প্ৰকাশ্যে প্ৰদৰ্শিত নহলেও আকবৰৰ পত্নীসকলৰ প্ৰতিবাদৰ জোৰো কম নাছিল। এক বিবাহৰ নিন্দনীয় নীতি অনুসৰণ কৰা খৃষ্টান ধৰ্ম্ম এটা ক্ষতিকৰ ধৰ্ম্ম বুলি তেওঁ-লোকে গণ্য কৰিছিল। সম্ৰাটে যে এই বিদেশী ধৰ্ম্ম গ্ৰহণ কৰিব আৰু থিতাতে তেওঁৰ পত্নীবৰ্গক পৰিত্যাগ কৰিবলৈ আগবাঢ়িব এইটো ভাবিব নোৱাৰা কথা, বা ভাবিলেও দুখ লগা কথা। তাতোকৈ সাংঘাতিক কথা হলহেঁতেন—যদি তেওঁলোকৰ মাজৰ পৰা এগৰাকীক মাত্ৰ পত্নীৰূপে বাছি লৈ বাকীবোৰক পৰিত্যাগ কৰিব লগা হ'লহেঁতেন। প্ৰকৃততে সেই সময়ত আকবৰৰ অৱস্থা মুঠেই ঈৰ্ষাজনক নাছিল।

আকবৰৰ বিষয়ে আৰু খৃষ্টিয়ান ধৰ্ম্মৰ বিষয়ে তেওঁ পোষণ কৰা মনোভাৱৰ বিষয়ে জেছুইট্‌সকলে দিয়া বিৱৰণীসমূহ ইমান বিশদ আৰু অন্তৰঙ্গ আছিল আৰু ইমান সূক্ষ্মভাৱে পৰ্য্যবেক্ষণ কৰা বুদ্ধিমান



লোকবদ্বাৰা লিখিত যে, সম্ৰাটৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ সম্পৰ্কে অত্যধিক বা একপক্ষীয় গুৰুত্ব দিবলৈ আমি সহজে প্ৰলুব্ধ নহৈ নাথাকো। তেওঁ যদি খৃষ্ট ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হৈছিল, তেন্তে জৈন ধৰ্ম্ম আৰু প্ৰাচীন ইৰানীয়সকলৰ জোৰষ্ট্ৰিয়ান ধৰ্ম্মৰ আদৰ্শবাদৰ প্ৰতিও কম পৰিমাণে আকৃষ্ট হোৱা নাছিল। আনহাতে তেওঁ হিন্দুসকলকো অনুসৰণ কৰিছিল. অন্ততঃ হিন্দুৰ কেতবোৰ আচাৰ বিধিৰ ক্ষেত্ৰত। একমাত্ৰ ইছলাম ধৰ্ম্মৰ প্ৰতি তেওঁ সুস্পষ্টভাৱে অধিক বিৰুদ্ধ ভাবাপন্ন হৈ উঠিছিল।

বিভিন্ন ধৰ্ম্মৰ বিষয়ে যিসকলে তেওঁক শিক্ষা দিছিল সেই সকলো লোকবদ্বাৰা ৰচিত পূৰ্ণাঙ্গ বিৱৰণী যদি আমি পালোহেঁতেন, তেন্তে আমি নিশ্চিত ভাৱে দেখিবলৈ পালোহেঁতেন যে জেছুইটসকলৰ প্ৰতি যি আচৰণ কৰিছিল, আকবৰে আনৰ প্ৰতিও তেনে আচৰণেই কৰিছিল। অৱশ্যে তেওঁলোকৰ ব্যক্তিগত চৰিত্ৰই সম্ভৱতঃ তেওঁৰ মনত আটাইতকৈ বেছি পৰিমাণে ৰেখাপাত কৰিছিল। তেওঁ প্ৰতিটো ধৰ্ম্মৰে ইমান কাষ চাপি গৈছিল যে প্ৰত্যেকে তেওঁ দীক্ষিত হোৱা বুলি বা দীক্ষিত হবলৈ উপক্ৰম কৰা বুলি দাবী কৰিছিল। কিন্তু প্ৰতি ক্ষেত্ৰতে আগবাঢ়ি গৈ আকবৰে দুৱাৰদলিৰ মুখৰপৰা আৰু আগবাঢ়ি নগ'ল।

সম্ভৱতঃ এই সকলোবোৰ ধৰ্ম্মৰ ভিতৰত জোৰষ্ট্ৰিয়ান ধৰ্ম্মই তেওঁৰ মনত আটাইতকৈ বেছি প্ৰভাৱ পেলাইছিল। ১৫৭৩ চনত চুৰাট অৱৰোধ কৰা সময়ত গুজৰাটৰ পাৰ্ছী ধৰ্ম্মশাস্ত্ৰবিদ দস্তুৰ মেহেৰ-জি-ৰাণাক তেওঁ প্ৰথমে লগ পাইছিল। এই মানুহজনেও একোৱাভিভাৱ ভূমিকাকে গ্ৰহণ কৰিছিল। তেওঁক ৰাজ সভালৈ মাতি অনা হ'ল আৰু তেৱেঁই আকবৰক জোৰষ্ট্ৰিয়ান ধৰ্ম্মৰ গূঢ় তত্ত্ববোৰৰ বিষয়ে শিক্ষা দিলে।

বোধকৰোঁ নিজৰ অন্তৰৰ প্ৰকৃতিক সন্তুষ্ট কৰিব পৰা ধৰণৰ ধৰ্ম্ম এটাৰ বিষয়ে অস্থিৰ ভাৱে সন্ধান লওঁতে তেওঁ অকল পাৰমাৰ্থিক বিষয়ৰ সন্ধান লৈয়েই নিজকে সন্তুষ্ট ৰাখিব পৰা নাছিল ; একোটা ধৰ্ম্মৰ পূৰ্ণাঙ্গ আচৰণ-অভ্যাস কৰি চাবলৈ আৰু অন্তৰ-প্ৰদেশৰ পৰা ইয়াৰ গুণাগুণ পৰীক্ষা কৰিবলৈ ইচ্ছা কৰি প্ৰত্যেকৰে বাহ্যিক অনুষ্ঠান আৰু আচাৰসমূহ পালন কৰিছিল আৰু ইয়াৰ প্ৰতীকসমূহো ব্যৱহাৰ কৰিছিল। তেওঁ সমান আন্তৰিকতাৰে সকলো ধৰ্ম্ম-সম্প্ৰদায়ৰ ওচৰ চাপিছিল। যিহেতু জোৰষ্ট্ৰিয়ান ধৰ্ম্মই সূৰ্য্য উপাসনাক কেন্দ্ৰ কৰি গঢ় লৈছে, সেইদেখি পৱিত্ৰ অগ্নি অখণ্ডভাৱে ৰাজপ্ৰাসাদত জ্বলাই থোৱা হ'ল। আবুল ফজ্‌লৰ ওপৰত ইয়াৰ ভাৰ দিয়া হৈছিল। ৰাজপাটত বহাৰ পঞ্চবিংশ বছৰৰ আৰম্ভণিৰ পৰা আকবৰে প্ৰকাশ্যে সূৰ্য্যদেৱতা উদ্দেশ্যে সাষ্টাঙ্গে প্ৰণিপাত জনোৱা নিয়ম পালন কৰিলে। গধূলি চাকি জ্বলোৱাৰ সময়ত আকবৰৰ নিৰ্দ্দেশ মতে সূৰ্য্যোদয়ৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই ৰাজসভাৰ সকলো লোকে থিয় দিব লাগিছিল। এইটো মন কৰিবলগীয়া কথা যে জেছুইট্‌সকলৰ আগমনৰ এমাহৰ পাছত, ১৫৮০ চনৰ মাৰ্চ্চ মাহত, এই পাৰ্চ্চী আচাৰ ৰাজহুৱা ভাৱে পালন কৰা হৈছিল। পিছে মুছলমানসকলৰ লগত প্ৰতিদ্বন্দ্বিতা চলোৱাত তেওঁলোক ইমান ব্যস্ত হৈ পৰিছিল যে আকবৰৰ অগ্নি-উপাসনা সম্পৰ্কে তেওঁলোকে একো মন্তব্যকে নকৰিলে। নাইবা তেওঁলোকে হয়তো ইয়াৰ ওপৰত একো গুৰুত্ব আৰোপ কৰা নাছিল। তথাপি এইটো সম্ভৱপৰ যে ৰহস্যবাদৰ বোল থকা, জটিল তত্ত্ব-বিবৰ্জিত আৰু ধৰ্ম্মান্ধতাবিহীন প্ৰতীকবাদী জোৰষ্ট্ৰিয়ানৰ সৰলতাই আকবৰৰ মনত গভীৰ সাঁচ বহুৱাই ছিল। এহাতে তেওঁ জেছুইট্‌-সকলৰ লগত এইদৰে ঘনাই আলোচনা কৰিছিল আৰু খৃষ্টান মতবাদ



সম্পৰ্কে আন্তৰিকতাৰ সন্ধান লৈছিল আৰু আনহাতে সকলো সময়তে তেওঁ জোৰষ্ট্ৰিয়ান আচাৰ-পদ্ধতিৰ প্ৰতি উৎসাহ প্ৰদৰ্শন কৰি নিজে তাক পালন কৰিছিল। এইটো আকবৰৰ চৰিত্ৰৰ এটা বৈশিষ্ট্য।

আৰু এটা ধৰ্ম্মই তেওঁৰ মনোযোগ আকৰ্ষণ কৰিছিল আৰু তেওঁৰ জীৱনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। সেইটো আছিল জৈন ধৰ্ম্ম। এই ধৰ্ম্ম প্ৰায় বৌদ্ধ ধৰ্ম্মৰ সমানে পুৰণি। ব্ৰাহ্মণসকলৰ ধৰ্ম্মাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি বৌদ্ধ ধৰ্ম্মৰ দৰেই এই ধৰ্ম্মৰো সৃষ্টি হৈছিল। মানুহ বা জীৱজন্তু কাৰো জীৱন নাশ কৰাটো সম্পূৰ্ণভাৱে নিষিদ্ধ কৰাই ইয়াৰ মূলনীতি। ১৫৭৮ চনৰ পৰা দুজন বা তিনি জন জৈন পণ্ডিত আকবৰৰ ৰাজসভাত সদায় উপস্থিত আছিল। তেওঁলোকৰ মুখ্য আছিল হীৰবিজয়। আকবৰৰ ক্ষেত্ৰত তেৱোঁ একোৱাভিভাৰ অনুৰূপ ভূমিকা এটা লৈছিল।

শিখ ধৰ্ম্মৰ লগতো সম্ৰাটৰ কিছু পৰিমাণে সংযোগ ঘটিছিল। এই ধৰ্ম্মই তেওঁৰ ওপৰত প্ৰভাৱ পেলোৱা নাছিল যদিও তেওঁ শিখ-সকলৰ প্ৰতি সহানুভূতি আৰু অনুগ্ৰহ দেখুৱাইছিল। ব্ৰাহ্মণসকলে তেওঁলোকৰ বিষয়ে অভিযোগ তুলিছিল। কিন্তু আকবৰে স্বাভাৱিক ভাৱে তেওঁলোকৰ মাজত আলোচনা হোৱাটোহে বিচাৰিছিল। কিন্তু সেই প্ৰস্তাৱ গৃহীত নহল। ইছলাম ধৰ্ম্মৰ হজৰতসকল আৰু হিন্দু দেৱতাসকলৰ প্ৰতি নিন্দাসূচক আচৰণ দেখুওৱা বুলি শিখ গুৰু অৰ্জ্জুনৰ বিৰুদ্ধে অভিযোগ অনা হৈছিল। আকবৰে কিন্তু দেখিবলৈ পালে যে তেওঁ লিখা কথাৰ মাজত ঈশ্বৰৰ প্ৰতি প্ৰেম আৰু ভক্তি প্ৰকাশ কৰাৰ বাহিৰে আন কথা নাই। আকবৰৰ মতে সেইবোৰ 'শ্ৰদ্ধা' কৰিবলগীয়া কথা।

১২

শ্বাহ মনচুৰ নামৰ এজন সামান্য কেৰাণী আছিল। হিচাপ পত্ৰ আৰু ৰাজস্বৰ সকলো খুতিনাতি বিষয়ত তেওঁৰ অসামান্য ৰাপ আছিল। তেওঁৰ সামৰ্থ্য দেখিবলৈ পাই আকবৰে তেওঁক উচ্চপদত অধিষ্ঠিত কৰিলে। তেওঁ সাম্ৰাজ্যৰ বিত্ত মন্ত্ৰী হলগৈ। হিচাপৰ ওজা স্বৰূপে নেৰানেপেৰাকৈ লাগি ৰাজস্ব আদায় কৰিব পৰা ক্ষমতা, হিচাপ পত্ৰত স্বাভাৱিক দক্ষতা আৰু শিলৰ দৰে কঠোৰ অন্তৰ—এই তিনিটা গুণে তেওঁক ৰাজভঁৰালৰ আদৰ্শস্থানীয় বিষয়া এজনলৈ পৰিণত কৰিলে। ধনৰ প্ৰতি থকা স্বাভাৱিক মোহে তেওঁক নীৰস ৰাজস্ব বিষয়ক কাৰ্য্যত দক্ষতা লাভ কৰাত অতিৰিক্ত উৎসাহ প্ৰদান কৰিলে। অলপতে দখলাধীন হোৱা বঙ্গ আৰু বিহাৰ প্ৰদেশত কেতবোৰ অপ্ৰিয় নিৰ্দ্দেশৰ বাবে তিক্ততাৰ সৃষ্টি হৈছিল—বিশেষকৈ চৰকাৰী কামত ঘোঁৰা যোগান ধৰা বিষয়ক নিৰ্দ্দেশে এই অসন্তুষ্টিৰ সৃষ্টি কৰিছিল। সেইবোৰ নিৰ্দ্দেশ কঠোৰ ভাৱে পালন কৰাটো শ্বাহ মনচুৰে বিচাৰিলে। তদুপৰি তেওঁ নিজা দায়িত্বত চাকৰিয়ালসকলৰ দৰমহাৰ অতিৰিক্ত বানচ কৰ্ত্তন কৰিলে। এইবোৰ আৰু অন্যান্য অভিযোগৰ বাবে ক্ষুদ্ধ হৈ থকা বঙ্গৰ মুছলমানসকলক আকবৰে ধৰ্ম্মৰ ক্ষেত্ৰত পৰিবৰ্ত্তন সাধন কৰা আৰু ইছলামৰ পৰা ক্ৰমে আঁতৰি যোৱা সংবাদে ক্ৰোধান্বিত কৰি তুলিলে। এই অসন্তুষ্টিয়েই প্ৰকাশ্য বিদ্ৰোহৰ ৰূপ ললে। এজন দুঃসাহসী ধৰ্ম্মবিদে ঘোষণা কৰিলে যে ধৰ্ম্মত নিষ্ঠা নথকা সম্ৰাটৰ বিৰুদ্ধে চলোৱা এই বিদ্ৰোহ আইনসিদ্ধ। বিদ্ৰোহী নেতাসকলে আশাৰ চকুৰে চালে কাবুললৈ। কাবুলৰ ৰাজ্যপালৰ পদত আছিল আকবৰৰ সতীয়া ভায়েক মহম্মদ হাকিম। তেওঁ মদাহী আৰু দুৰ্ব্বল



মনা হলেনো কি ক্ষতি? তেওঁ গোড়াপন্থী। ষড়যন্ত্ৰত তেওঁক জড়িত কৰি ৰাজপাটত তেওঁকেই বহুৱাবলৈ পৰিকল্পনা কৰা হ'ল। ১৫৮০ চনৰ আগ ভাগত বিদ্ৰোহৰ সূত্ৰপাত হয়। ১৫৮১ চনলৈকে এই বিদ্ৰোহ নিৰ্ম্মুল হোৱা নাছিল। কাবুলত থকা মহম্মদ হাকিমৰ লগত গোপন সংযোগ চলি আছিল। এই বুলি আশা কৰা হৈছিল যে এদল সৈন্য লৈ তেওঁ ভাৰত আক্ৰমণ কৰিব আৰু তেতিয়া সম্ৰাটৰ সামৰিক বল একে সময়তে দুফালৰ পৰা আক্ৰান্ত হব। তেতিয়া গোড়া পন্থী ৰাজপুতৰ সপক্ষে দেশত বিদ্ৰোহ জাগি উঠিব। ৰাজসভাৰ প্ৰভাৱসম্পন্ন কিছুমান লোকো এই ষড়যন্ত্ৰত লিপ্ত আছিল—; তেওঁলোকৰ ভিতৰত শ্বাহ মনচুৰেই প্ৰধান। কিছু দিনৰ মূৰত আকবৰে ষড়যন্ত্ৰৰ তলানলা সকলো গম পালে। শ্বাহ মনচুৰে মহম্মদ হাকিমলৈ লিখা চিঠি ধৰা পৰিল আৰু তেওঁক সাময়িকভাৱে বৰখাস্ত কৰা হ'ল। ষড়যন্ত্ৰকাৰী লোকসকলৰ বিৰুদ্ধে প্ৰতিকাৰমূলক ব্যৱস্থা লোৱাৰ অলপ দিনৰ পিছতেই শ্বাহ মনচুৰক পুনৰ আগৰ পদ দিয়া হ'ল। এই সুযোগ পাই শ্বাহ মনচুৰে পুনৰ বিশ্বাসঘাতকতামূলক চিঠি-পত্ৰ লিখিবলৈ ধৰিলে; এইবাৰো সেই চিঠি সম্ৰাটৰ হাতত পৰিল। এইবাৰ তেওঁক ফাটেকত দিয়া হ'ল।

ব্যৰ্থ হলেও ভায়েকে পঞ্জাবৰ ওপৰত চলোৱা পৰীক্ষামূলক আক্ৰমণে আৰু তেওঁৰ ৰাজসভাত গোপন ভাৱে থকা ইমানখিনি বিশ্বাসঘাতকতাৰ কথা গম পাই আকবৰৰ প্ৰত্যয় জন্মিল যে এই কামৰ পৰিসমাপ্তি ঘটাব লাগিল। অসাধাৰণ যত্ন লৈ তেওঁ এই কামত হাত দিলে। সিংহাসন বিপন্ন হৈ পৰা বুলি তেওঁ অনুভৱ কৰিলে; সকলো সময়তে তেওঁ সশস্ত্ৰ হৈ ফুৰিবলৈ ধৰিলে।

একোৱাভিভা আৰু মনছেৰেটৰ মনত যথেষ্ট অশান্তিৰ সৃষ্টি হ'ল।

তেওঁলোকৰ কাৰণেই মুছলমানসকলৰ মাজত প্ৰবল বিৰুদ্ধ ভাবৰ সৃষ্টি হৈছে বুলি জানি আৰু চকুত লগাকৈ সম্রাটৰ পৰা অনুগ্ৰহ লাভ কৰাৰ ফলত তেওঁলোকৰ কাৰণেই সম্রাট বিপন্ন হৈ পৰা বুলি অনুভৱ কৰিলে। তেওঁলোকে অশান্তি সৃষ্টি হোৱাৰ প্ৰাৰম্ভিক অৱস্থাতে সম্রাটক লগ ধৰি সুধিলে যে তেওঁলোকক সম্রাটে দৰবাৰৰ পৰা বিদায় দিব খোজে নেকি? ঘৰলৈ যাবলৈ নেপাই মন বেয়া লগা বুলি আকবৰে তেওঁলোকক ওলোটাই গৰিহণাহে দিলে। অভিযান চলাবলৈ সিদ্ধান্ত লোৱাৰ লগে লগে তেওঁলোকেও এই অভিযানত যোগ দিবৰ বাবে অনুমতি বিচাৰিলে। সম্রাটে অনুমতি নিদিলে; তেওঁলোক হ'ল শান্তিপ্ৰিয় মানুহ, যুদ্ধৰ দুখ-কষ্টতকৈ ধ্যানৰ বাবেহে তেওঁলোক অধিক উপযোগী। তেওঁলোকক তেওঁৰ মাকৰ লগতে ৰাখিবলৈ ঠিক কৰা বুলি ক'লে। কিন্তু পাছদিনা মুৰাদক শিক্ষকে পঢ়ুৱাই থাকোতে পাঠগৃহলৈ আহি সম্রাটে মনছেৰেটক যাত্ৰাৰ বাবে সাজু হবলৈ ক'লে। "আপুনি মোৰ লগতে যাব লাগিব।"

সেই দেখি আফগনিস্থানলৈ যাত্ৰা কৰা মোগল সৈন্যবাহিনীৰ লগত গ'ল এজন জেছুইট্ পাদুৰী। অৱশ্যে তেওঁ জীৱিত অৱস্থাত উলটি অহাটো আচৰিত কথা; কিয়নো ক্ৰোধান্বিত মুছলমান জনতাৰ সমুখত হজৰতক নিন্দা কৰা বাবে খাইবাৰ গিৰি-পথতে শিল দলিয়াই তেওঁৰ প্ৰাণ নাশ কৰিবলৈ ধৰিছিল। আকবৰৰ ভয়তহে জনতা এই কামৰ পৰা বিৰত হ'ল। তেওঁ লিপিবদ্ধ কৰি থোৱা সকলো টোকাসহ নিৰাপদে উভতি অহাটো সন্তোষৰ কথা। কিয়নো সেই সৌভাগ্যৰ বলতে এজন প্ৰশিক্ষণ প্ৰাপ্ত আৰু বুধিয়ক পৰ্য্যবেক্ষকৰ দৃষ্টিত ধৰা পৰা আকবৰৰ অভিযানৰ বিশদ বিৱৰণী এটা আমি পাইছো। তেওঁ নানান কথা বাহুল্যভাৱে লিপিবদ্ধ কৰি থৈ গৈছে; ফাৰ্চী বুৰঞ্জীবিদ-



সকলে তেনেবোৰ বিৱৰণী পাঠকসকলে আগতেই জানে বুলিয়েই ধৰি লৈছিল। এই পৰ্য্যবেক্ষকজন কাৰ্য্যকৰী আৰু সামৰিক বিষয়তো বিশেষ আগ্ৰহশীল আছিল। সন্ন্যাসীৰ নিচিনা আৰু আপোন-ভোলা একোৱাভিভাৱ দৰে একান্তভাৱে তেওঁ ধৰ্ম্মৰ কথাতে নিমগ্ন থকা লোক নাছিল।

এই চমু চৰিত্ৰাঙ্কনৰ যোগেদি আকবৰৰ যুদ্ধসমূহৰ বহল বিৱৰণী দিয়াটো সম্ভৱপৰ নহয়, সেইকাৰণে আমি মনছেৰেটে এই অভিযানৰ বিষয়ে লিখা টোকাৰ সদ্ব্যৱহাৰ কৰি তাকেই অলপ বিতংভাৱে বৰ্ণাবলৈ লৈছো।

মহম্মদ হাকিমে পঞ্জাব আক্ৰমণ কৰিবলৈ আগবাঢ়োতে আকবৰে বিশেষ ভ্ৰূক্ষেপ কৰা নাছিল। আকবৰে তেওঁক আঠুৱা তলৰ মহ যেন জ্ঞান কৰিলে। তেওঁ মাত্ৰ বন্ধুতাপূৰ্ণ সমাচাৰ এটা পঠাই মহম্মদ হাকিমক ৰাজধানীলৈ মাতি পঠালে। কিন্তু মহম্মদ হাকিম বৰ সতৰ্ক হৈ আছিল; ককায়েকৰ হাতত ধৰা দিবলৈ তেওঁ সাজু নহল। আকবৰে চিকাৰৰ আয়োজন কৰিবলৈ নিৰ্দ্দেশ দিয়া বুলি শুনিবলৈ পোৱাত তেওঁৰ শঙ্কাই উৎকট আতঙ্কৰ ৰূপ ধাৰণ কৰিলে। কিয়নো নিশ্চিতভাৱে এইটো আকবৰে অভিযান চলোৱাৰ প্ৰথম পদক্ষেপ। তেওঁ চিকাৰৰ নিৰ্দ্দেশ জাৰি কৰিবৰ সময়ত তেওঁৰ শত্ৰুপক্ষৰো গাৰ কঁপনি উঠাৰ সময় উপস্থিত হয়। মহম্মদ হাকিমে থৰ কাছুটি হেৰুৱাই পৰ্ব্বতৰ মাজেদি পলাবলৈ ধৰিলৈ; ডাঙৰ নদীবোৰ পাৰ হওঁতে তেওঁৰ শ শ অশ্বাৰোহী নিহত হ'ল। পিছে এনে সহজ বিজয়ে আকবৰক সন্তুষ্ট কৰিব নোৱাৰিলে। তেওঁ অশান্তিৰ থল নোহোৱা কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰিলে। অকল কাবুলৰ কথাই ভাবিলে নহব, বঙ্গৰ কথাও ভাবিব লাগিব। অকল সেয়ে নহয়—ঘৰ বিভীষণবোৰৰ কথাও

ভাবিব লাগিব। বঙ্গদেশৰ বিদ্ৰোহ দমন কৰিবৰ বাবে তোলনীয়া ভায়েক মীৰ্জ্জা আজিজ কোকাক পঠাই নিজে বিশেষ যত্ন সহকাৰে কাবুল অভিমুখে যাত্ৰা কৰিবলৈ সাজু হ'ল। তাৰ আগতে তেওঁ শ্বাহ মনচুৰক মুকলি কৰি দিলে। ষড়যন্ত্ৰৰ সকলো তলানলা তেওঁ যে গম পায়, সেইকথা গোপনে ৰাখি তেওঁ সদৰি কৰি দিলে যে সুযোগ্য বিত্তমন্ত্ৰীজনক মাত্ৰ সন্দেহ কৰিহে ফাটেকত ৰখা হৈছিল। শ্বাহ মনচুৰকো অভিযানত যোগ দিবৰ বাবে জনোৱা হ'ল।

ক'তো একো ছিদ্ৰ ৰখা নহ'ল। বঙ্গ আৰু গুজৰাটৰ নতুন শাসনকৰ্ত্তা দুজনৰ হাতত প্ৰয়োজন অনুসাৰে সৈন্যবাহিনী ৰখা হ'ল; প্ৰধান নগৰবোৰতো সৈন্য মোতায়েন কৰি ৰখা হ'ল। সম্ৰাটে লগত নিলে ডাঙৰ পুতেক দুজনক, ছেলিম আৰু মুৰাদ, আৰু মুৰাদৰ শিক্ষক মন্‌ছেৰেটক। তদুপৰি প্ৰধান মহিষী কেই গৰাকীমান আৰু কিছু পৰিমাণে সোণ আৰু ৰূপ। অন্যান্য বয়বস্তুও হাতী আৰু উটৰ পিঠিত তুলি কঢ়িয়াই নিয়া হ'ল। তাৰ পিছত চিকাৰ যাত্ৰাৰ বাবে নিয়মিত নিৰ্দ্দেশ জাৰি কৰিলে; ৰাজধানীৰ পৰা চাৰি মাইল নিলগত সম্ৰাটৰ বিবাট বগা তম্বুটো তৰা হ'ল। ডা-ডাঙৰীয়াসকলৰ আৰু সৈন্যবাহিনীৰ তম্বুও মোগলৰ চিৰাচৰিত পদ্ধতি মতে নিশ্চয় জিঙ্গিজ খানে পোনতে পৰিকল্পনা কৰা ক্ৰম অনুসৰি তৰা হ'ল। ইমান শৃঙ্খলা লগাই বা পৰিকল্পিতভাৱে ৰোমানসকলৰ শিবিৰো পতা নহৈছিল। সৈন্য বাহিনীৰ প্ৰতিটো বিভাগৰ লগতে বজাৰ সংযুক্ত ৰখা হৈছিল। নিশা ওখ গম্বুজ এটাৰ ওপৰত উজ্জ্বল প্ৰদীপ জ্বলি থাকে। বাট হেৰুওৱা লোকক সেয়ে পথৰ সঙ্কেত দিয়ে আৰু কোনো অশান্তিৰ উদ্ভৱ হ'লে সেই ঠাইতে সকলো সমবেত হয়।

১৫৮১ চনৰ ৮ ফেব্ৰুৱাৰীৰ দিনা আগবাঢ়ি যাবলৈ লোৱা হয়।



চিতা বাঘৰ সহায়ত চিকাৰ কৰিবলৈ দুটা দিন দিয়া হয়। চিকাৰেই আখৰাৰ কাম কৰে—সৈন্যবাহিনীৰ প্ৰতিটো গোটে নিজৰ নিজৰ কৰ্ত্তব্য আৰু আপেক্ষিক স্থান সম্পৰ্কে জানিবুজি লব পাৰে।

প্ৰতিদিনৰ যাত্ৰাৰ দূৰত্বও সাৱধানে নিৰ্দ্ধাৰণ কৰা হয়; কিয়নো এইবোৰ জোখে প্ৰদেশসমূহৰ আয়তন উলিওৱা আৰু যাত্ৰাৰ সময় নিৰূপণ কৰাত বিশেষ সহায় কৰে। খন্তেকীয়া বিৰতিৰ মূৰে মূৰে বজোৱা এটা ঢোলৰ তালে তালে ৰাজকীয় সৈন্যবাহিনী সমদল এটাৰ দৰে আগুৱাই যায়—লগতে যায় হাতী, অশ্বাৰোহী, কাড়ী, যাঠীধাৰী সৈন্য আৰু অশ্বাৰোহী বাহিনী। এই অভিযানত আকবৰে সৰহ সংখ্যক সৈন্য এৰি দি কম সংখ্যক পদাতিক বাহিনী লগত নিছিল। সকলো ক্ষেত্ৰতে তেওঁ যুদ্ধত অশ্বাৰোহী বাহিনীৰ ওপৰতেই অধিক গুৰুত্ব আৰোপ কৰিছিল। নানান কথাই জেছুইট্‌জনক অবাক কৰি তোলে। প্ৰথমতে সৈন্যবাহিনী নিচেই তাকৰীয়া যেন দেখা গৈছিল; কিন্তু অচিৰে সৈন্য সংখ্যা ইমান বাঢ়িল যে গোটেই পৃথিৱী জুৰি ধৰা যেন লাগিল। ইমানবোৰ মানুহক খুৱাব লগীয়া হৈছিল যদিও শস্যৰ দাম সস্তা আছিল; সেইটো আকবৰৰ দূৰদৃষ্টিৰ ফল। সকলো কালৰ পৰা খাদ্য সম্ভাৰ আনিবৰ কাৰণে আগতীয়াকৈ মানুহ পঠোৱা হৈছিল; আৰু বেপাৰীয়ে সস্তাত বেচিলে কৰৰ পৰা ৰেহাই দিয়া হব বুলি প্ৰতিশ্ৰুতি দিয়া হৈছিল।

সীমান্ত পাৰ হৈ যোৱাৰ পাছত সুকীয়া পদ্ধতি এটাৰ অনুসৰণ কৰা হয়। সৰুসুৰা ৰজাসকলৰ ওচৰলৈ আগতীয়াকৈ কটকী পঠাই শুভেচ্ছা জ্ঞাপন কৰি তেওঁলোকক সম্ৰাটৰ বিৰুদ্ধে থিয় হ'বলৈ সতৰ্ক কৰি দিয়ে। পথত সংগ্ৰহ কৰা ৰচদপাতিৰ দাম দিয়া হয়, আৰু সৈন্যবাহিনীক ভাল দৰে খোৱাৰ ব্যৱস্থা কৰি দিয়ে। অৱশ্যে পানীৰ বিষয়ে তেওঁ

চিন্তা কৰিব লগাত পৰিছিল। সেইকাৰণে আকবৰে ভৈয়াম অঞ্চলেদি নগৈ তেওঁৰ সৈন্যবাহিনীক জানজুৰিৰে পৰিপূৰ্ণ পৰ্ব্বতীয়া পথেদি লৈ যায়। বাট উলিয়াবৰ বাবে ইঞ্জিনিয়াৰ আৰু বন্থুৱাৰ দল আগতে যায়। এইবোৰ কামৰ ভাৰ পৰে আকবৰৰ মুখ্য সামৰিক ইঞ্জিনিয়াৰ মহম্মদ কাছিম খানৰ ওপৰত। পিছে তেওঁ ষড়যন্ত্ৰকাৰীৰ দলত আছিল আৰু আকবৰেও এই কথা জানে। কিন্তু মানুহক কেনে ব্যৱহাৰ কৰিব লাগে সেই কথাও আকবৰে জানে; ইঞ্জিনিয়াৰ জনেও উপলব্ধি কৰিলেগৈ যে সম্ৰাটৰ লগত থাকি তেওঁ ভালেই কৰিলে। নদীৰ ওপৰত নাৱেৰেই দলং সজা হয়; অত্যধিক ভিৰৰ ফলত যাতে কোনো হানি বিঘিনি নহয়, তাৰ কাৰণে চকু ৰাখিবলৈ নদীৰ পাৰত বিশেষ বিষয়া নিযুক্ত থাকে। অগ্ৰগামী দলৰ আগে পাছে আৰু দুই কাষে পৰীয়া আৰু চৰীয়াদলে আবৰি যায়। গোটেই সৈন্যবাহিনীৰ মাজত কঠোৰ ভাৱে শৃঙ্খলা ৰক্ষা কৰা হয়।

মহম্মদ হাকিমে শ্বাহ মনচুৰলৈ পঠোৱা চিঠি এখন সোনাপতৰ ওচৰতে ধৰা পৰে। এইবাৰৰ সৈতে তিনিবাৰ বিশ্বাসঘাতকতাপূৰ্ণ চিঠি ধৰা পেলোৱা হ'ল। শেষৰ চিঠিখন জালচিঠি হয় নে নহয় সেই বিষয়ে কিছু সন্দেহ আছে; কিন্তু বিশ্বাসঘাতকতা সম্পৰ্কে সন্দেহৰ থল নাই। আকৌ শ্বাহ মনচুৰক গ্ৰেপ্তাৰ কৰা হ'ল। কেইদিনমানৰ মূৰত শ্বাহ মনচুৰক এজন চিপাহীয়ে লৈ গ'ল—লগতে গ'ল সম্ৰাট আৰু তেওঁৰ সেনাপতিসকল। এঠাইত তেওঁলোক ৰ'লগৈ। লৰাকালত সামান্য কেৰাণীৰ পদত থকাৰ পৰা আৰম্ভ কৰি শ্বাহ মনচুৰক দিয়া সকলোবোৰ সা-সুবিধাৰ কথা উপস্থিত লোকসকলৰ আগত বিবৰি কবলৈ আবুল ফজ্‌লক সম্ৰাটে নিৰ্দ্দেশ দিলে। তাৰ পিছত তেওঁৰ বিদ্ৰোহৰ প্ৰমাণ স্বৰূপে তেওঁ লিখা চিঠি-পত্ৰ বোৰ এখন এখনকৈ তেওঁৰ আগত দাঙি



ধৰা হ'ল। ইয়াৰ পাছত শ্বাহ মনচুৰক গছ এজোপাত ফাঁচী দিলে। বিষণ্ণ বদনেৰে সম্ৰাট শিবিৰলৈ উলটিল। কঠোৰ ব্যৱস্থা লোৱা হেতুকে তেওঁৰ মন বেয়া লাগিছিল নে সুযোগ্য বিত্তমন্ত্ৰী এজনক হেৰুৱাব লগাত বেয়া লাগিছিল সেই কথা কোনেও কব নোৱাৰে। এই সম্বাদ পাই সৈন্যবাহিনীয়ে হৰ্ষধ্বনি কৰিলে। ষড়যন্ত্ৰৰ শিপা কাটি দিয়া হ'ল বুলিয়েই তেওঁলোকে ভাবিলে। এই সম্বাদ পাই মহম্মদ হাকিমে বুজিলে যে সকলো শেষ হ'ল; কেনেকৈ শান্তি স্থাপন কৰিব পাৰি সেই বিষয়েহে তেওঁ ভাবিবলৈ ধৰিলে।

প্ৰবল ধুমুহাৰ ফলত বাট-পথ দুৰ্গম হোৱা কাৰণে যাত্ৰা স্থগিত ৰাখিব লগীয়া হ'ল। বতৰ মুকলি হোৱাৰ লগে লগে সৈন্যবাহিনীৰ লগত যোৱা একমাত্ৰ ইউৰোপীয় সহযাত্ৰী জনে নিলগত হিমালয়ৰ বৰফমালাৰ সৌন্দৰ্য্য পোন প্ৰথম বাৰৰ বাবে দেখা পালে। যিবোৰ দেশৰ মাজেদি পাৰ হৈ গৈছিল সেইবোৰ দেশ আৰু অধিবাসীসকলৰ বিষয়ে পৰ্য্যবেক্ষণ কৰা আৰু টোকা লিখা কামত ব্যস্ত হৈ থাকিব লগীয়া হলেও এই জেছুইট্‌জনে তেওঁৰ ধৰ্ম্ম সম্পৰ্কীয় কৰ্ত্তব্যৰ প্ৰতি আওকাণ কৰা নাছিল; মুছলমান আৰু হিন্দু উভয়ৰে লগত প্ৰায়ে তেওঁ ধৰ্ম্ম সম্পৰ্কে আলোচনা কৰিছিল; ইয়াৰ পৰা কিছু সুফল হৈছিল বুলিও তেওঁ ধাৰণা কৰিছিল। সম্ৰাটক দীক্ষিত কৰাটোৱেই জেছুইট্‌সকলৰ মূল উদ্দেশ্য আছিল তেওঁ সেই লক্ষ্যৰ কথাও সততে মনত ৰাখিছিল; মহম্মদ হাকিম শেহান্তৰত কাবুললৈ গুচি গল বুলি বাতৰি আহিলত সেয়ে উপযুক্ত সময় বুলি অনুমান কৰি আৰু ইতিমধ্যে দিয়া শিক্ষা সম্ৰাটে যাতে পাহৰি নেযায় সেই বিষয়ে উদগ্ৰীৱ হৈ মনছেৰেটে ক্ৰুছ বিদ্ধ খৃষ্টৰ যাতনা সম্পৰ্কীয় বিৱৰণী এটা সম্ৰাটৰ হাতত দিলে। তেতিয়া অভিযান গৈ সিন্ধু নদীৰ পাৰ পাইছিল; সেই বতৰত নাও

নহলে নদী পাৰ হব নোৱাৰি। সেই দেখি পৰ্য্যাপ্ত পৰিমাণে নাও সংগৃহীত নোহোৱালৈকে পঞ্চাশ দিনৰ বাবে যাত্ৰা স্থগিত ৰখা হ'ল। যিবোৰ বিষয়ে আলোচনা কৰিবলৈ ভাল পায় সেইবোৰ বিষয়ে আলোচনা কৰিবৰ কাৰণে আৰু চিকাৰ, খেল-ধেমালি আদি স্বাভাৱিক আমোদ-প্ৰমোদৰ বাবে আকবৰৰ আজৰিৰ অভাৱ নাছিল। খৃষ্টৰ বাণীসম্বলিত কাহিনীৰ প্ৰতি তেওঁ আগৰ দৰেই সজীৱ আগ্ৰহ দেখুৱালে; কিন্তু প্ৰকৃততে দীক্ষা গ্ৰহণ কৰাৰ বেলিকা পূৰ্ব্বৰ দৰেই একো লক্ষণ নেদেখুৱালে। আকবৰে পাদ্ৰীক সুধিলে যে তেওঁ মহম্মদ হাকিমৰ পিছ লোৱাটো উচিত হব নে নহয়। মন্‌ছেৰেটে উত্তৰ দিলে—"আপুনি য'ত আছে তাতেই থাকক। পিছ লব নেলাগে, কিয়নো তেওঁ আপোনাৰ ভায়েক। প্ৰতিহিংসাৰ গৌৰবতকৈ দয়াৰ গৌৰবৰ মহত্ব বেছি।" আকবৰে এই সমিধানৰ বাবে শলাগ ল'লে। ৰাজনীতি অনুসাৰে তেওঁ ভায়েকক এশিকনি দিয়াৰ প্ৰয়োজন বোধ কৰিছিল, কিন্তু ভায়েকৰ ওপৰত প্ৰতিহিংসা চৰিতাৰ্থ কৰাৰ ভাৱ তেওঁৰ মনত নাছিল। তেওঁ তেতিয়া কেইবা হেজাৰো অশ্বাৰোহী আৰু পাঁচশ হাতী সহ ডেকা পুতেক মুৰাদক আগবাঢ়ি যাবলৈ নিৰ্দ্দেশ দিলে। এই ক্ষেত্ৰত আৰু অন্যান্য ক্ষেত্ৰত আকবৰে কুসংস্কাৰৰ ভাব দেখুওৱাত আৰু গণকৰ গণনা, শুভ দিনৰ বাছনিৰ প্ৰতি বিশ্বাসৰ ভাব দেখুৱাত মন্‌ছেৰেট বিব্ৰত হৈছিল। মন্‌ছেৰেটৰ ছাত্ৰই যাত্ৰা কৰাৰ পৰা দুটা দিনৰ মূৰত সম্ৰাটে পাদ্ৰী জনক মতাই অনালে আৰু ধৰ্ম্মবিষয়ক কথাৰ উপৰিও ইউৰোপৰ ভৌগোলিক অৱস্থানৰ বিষয়েও বহুত নিশালৈকে নানান প্ৰশ্ন কৰিলে। পৃথিৱীৰ ভিতৰত পৰ্ত্তুগাল আৰু ভাৰতৰ আপেক্ষিক গুৰুত্ব আৰু স্থান সম্পৰ্কীয় প্ৰসঙ্গৰ পৰা গৈ তেওঁলোকে হঠাৎ ব্ৰহ্মচৰ্য্য, বিবাহ



আৰু আধ্যাত্মিক জীৱন সম্পৰ্কে সুদীৰ্ঘ আলোচনা কৰিবলৈ ধৰিলে। তাৰ পিছত ভগৱানৰ শেষ বিচাৰ আৰু কোৰাণ সম্পৰ্কেও আলোচনা হ'ল। এনেতে আবুল ফজলে মাজতে আইন আৰু খৃষ্টৰ বাণী সম্পৰ্কে প্ৰশ্ন কৰিলে। "ত্ৰিমূৰ্ত্তিৰ ভিতৰত প্ৰথম আৰু দ্বিতীয় পুৰুষ সম্পৰ্কে সম্ৰাটৰ মনত খেলিমেলি লাগিছিল, মন্‌ছেৰেটে শুধৰাই দিয়াৰ ইচ্ছাৰ পৰা নিজকে বিৰত ৰাখিলে—কিয়নো ইতিমধ্যে ৰাতিপুৱাৰ হলেই।

কোনো কথাই আকবৰক শ্ৰান্তি আৰু ক্লান্তি আনিব পৰা নাছিল। কোজাগৰ ৰাতি অতিবাহিত কৰি ৰাতিপুৱাই তেওঁ হয়তো চিকাৰলৈ গৈছিল, কাঠ মিস্ত্ৰীৰ কাৰখানাৰ কামত যোগদিছিল নানান নিৰ্দ্দেশ জাৰি কৰি সকলো কামৰে তদাৰক কৰিছিল।

ইতিমধ্যে মহম্মদ হাকিমৰ ভয়ত তৎ নোহোৱা হ'ল আৰু সন্ধিৰ সৰ্ত্ত আগবঢ়াবলৈ উচপিচাই থাকিল। কিন্তু তেওঁৰ দদায়েক ফৰিচুল খানে আকবৰক দেখিব নোৱাৰিছিল; দদায়েকৰ চৰিত্ৰ বল আৰু সামৰ্থ্যৰ আগত তেওঁ ( মহম্মদ হাকিম ) সেও মানছিল। দদায়েকে মোগলবাহিনীক মাত্ৰ কাফেৰ আৰু পৌত্তলিকৰ নগণ্য দল এটা বুলি বিদ্ৰূপ কৰি মহম্মদ হাকিমক কোনো প্ৰকাৰে বিৰুদ্ধাচৰণ কৰিব পৰাকৈ মন বান্ধিবলৈ বাধ্য কৰিলে। ইয়াৰ পাছত আকবৰ অগ্ৰসৰ হ'ল। পিছে বহুত কষ্টেৰে আৰু সুদীৰ্ঘ সময় খৰচ কৰি সিন্ধু নদী পাৰ হবলগীয়া হ'ল। অকল যে নাৱৰ সংখ্যাই তাকৰীয়া আছিল এনে নহয়, অশুভ লক্ষণৰ কাৰণে নদী পাৰ হোৱাটো দুবাৰ স্থগিত ৰখা হৈছিল—এই কথাতো মন্‌ছেৰেট বিৰক্ত হৈছিল। যিহওক, মূৰকত সৈন্যবাহিনীক পাৰ কৰা হ'ল। পাৰ কৰা কাম সম্পূৰ্ণ নোহোৱালৈ আকবৰে সিটো পাৰত অপেক্ষা কৰিলে—এই অপেক্ষা কৰা সময় খিনি কটালে কাৰখানাত আৰু ধৰ্ম্ম বিষয়ক বিতৰ্কত। তাৰ পিছত পেশ্বোৱাৰত

উপস্থিত হল গৈ। যুৱৰাজ মুৰাদৰ সৈন্যবাহিনীৰ ওপৰত আক্ৰমণ চলা বুলি বাতৰি পোৱা হ'ল ইয়াতে ; শত্ৰুপক্ষ প্ৰতিহত হল যদিও মোগলবাহিনীও ভালকৈয়ে জুকুলা হ'ল। মাত্ৰ বাৰ বছৰীয়া সৈন্যাধ্যক্ষ জনৰ ব্যক্তিগত সাহস আৰু নতুন সৈন্যদলৰ আগমনেহে পৰাজয়ৰ পৰা ৰক্ষা কৰিলে। মুৰাদে চিৰাচৰিত মোগল যুদ্ধ-কৌশল প্ৰয়োগ কৰিলে ; অশ্বাৰোহী বাহিনীক সোঁফালে, মধ্যস্থানত আৰু বাওঁফালে তিনিটা বিভাগত ভগাই অৰ্দ্ধচন্দ্ৰৰ আকাৰত সজোৱা হ'ল। অশ্বাৰোহী-বাহিনীৰ পাছত পদাতিক-বাহিনী আৰু তাৰ পিছত হস্তী-বাহিনী। মনছেৰেটৰ পৰা আমি জানিব পাৰিছো যে যুদ্ধক্ষেত্ৰত হাতী পৰিচালনা কৰাটো সমস্যাৰ কথা ; সদায় এটা বিপদৰ সম্ভাৱনা থাকে—হাতীয়ে শত্ৰুপক্ষৰ যিমান হানি কৰে, তাতকৈ বেছি হানি কৰে নিজৰ পক্ষৰ। পোনতে অৱশ্যে হাতীয়ে সন্ত্ৰাসৰ সৃষ্টি কৰিছিল ; কিন্তু হাতী দেখি অভ্যস্ত হৈ পৰা ঘোঁৰাবিলাকক হাতীয়ে সন্ত্ৰস্ত কৰি তুলিব নোৱাৰে। আনহাতে আহত হ'লে হাতীয়ে স্বপক্ষ বিপক্ষৰ মাজত বাছ-বিচাৰ নকৰে।

সেই সম্বাদ পাই আকবৰ কাবুল অভিমুখে ক্ষিপ্ৰগতিৰে অগ্ৰসৰ হ'ল ; কিন্তু সিন্ধুনদৰ পথ মুকলি ৰাখিবৰ কাৰণে শক্তিশালী বাহিনী এটা থৈ গ'ল। যুৱৰাজ ছেলিম অনুগামী সৈন্যবাহিনী লৈ সম্ৰাটৰ পাছত গ'ল। ইঞ্জিনিয়াৰ আৰু বনুৱাসকলে অশেষ চেষ্টা কৰি বাট উলিয়াই দিয়া সত্বেও যথেষ্ট অসুবিধা ভোগ কৰি সৈন্যবাহিনী খাইবাৰ গিৰিপথ পাৰ হৈ গ'ল। ককাদেউতাক বাবৰৰ ৰাজধানী কাবুলত ৯ আগষ্টৰ দিনা আকবৰ উপস্থিত হ'ল ; কিন্তু মহম্মদ হাকিম পলাই অগম্য আৰু উচ্চতম পৰ্ব্বতৰ মাজত লুকাল গৈ। কাবুলত ৭টা দিন অতিবাহিত হ'ল। বাসিন্দাসকলক নিৰাপত্তাৰ আশ্বাস দি আকবৰে ঘোষণা জাৰি কৰিলে। পিতৃ-পিতামহৰ সিংহাসনত বহি তেওঁ পুলকিত



হ'ল আৰু অভিযানৰ সফলতাৰ বাবে পৰিতৃপ্তি লাভ কৰিলে। তেতিয়া তেওঁৰ ওচৰত ভনীয়েক উপস্থিত হলহি ; ভনীয়েকে ভ্ৰাতৃৰ হৈ খাটনি জুৰিলে যে নিজৰ ভুলৰ কাৰণে মহম্মদ হাকিমে যিহেতু এতিয়া অনুতাপ কৰিছে, সেই কাৰণে তেওঁক ৰাজ্য ঘূৰাই দিব লাগে। উত্তৰত আকবৰে কলে যে প্ৰদেশৰ দায়িত্ব তেওঁ ভনীয়েকৰ হাততহে দিব ; ভনীয়েকৰ আনুগত্য আৰু বিচাৰ-বিবেচনাৰ বাবে তেওঁ আশ্বস্ত হৈছে আৰু ভনীয়েকৰ প্ৰতি তেওঁৰ স্নেহ অটুট আছে। কিন্তু মহম্মদ হাকিমৰ নাম আৰু তেওঁ শুনিবলৈ ইচ্ছা নকৰে ; মহম্মদ হাকিম কাবুলতে থাকক বা আন ঠাইত থাকক, সেই বিষয়ে ভাবিবলগীয়া একো কথা তেওঁৰ কাৰণে নাই। তেওঁ মাত্ৰ ভনীয়েকক এই উপদেশ দিলে যে পুনৰ ষড়যন্ত্ৰৰ পৰা বিৰত থাকিবলৈ মহম্মদ হাকিমক সতৰ্ক কৰি দিব লাগে ; নহলে সম্ৰাটে আৰু ক্ষমা নকৰে। আকবৰে সহজে ভায়েকক অনাহাৰে ৰাখি মুৰকত আত্মসম্পৰ্পণ কৰিবলৈ বাধ্য কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁ সেই কাম নকৰিলে। এই বন্দৱস্ত কৰাৰ মূৰত আকবৰ উলটিবৰ বাবে সাজু হ'ল। ডিচেম্বৰ মাহৰ এক তাৰিখে আকবৰ উভতি আহি পুনৰ ফতেপুৰ শিক্ৰিত প্ৰৱেশ কৰিলে।

এই অভিযানত আকবৰৰ বিচাৰ বিবেচনা, দূৰদৃষ্টি, ৰাজনীতিজ্ঞান আৰু ক্ষমাগুণ দেখা পাই মনছেৰেট সন্তুষ্ট হ'ল। তেওঁৰ এই গুণসমূহ পৰিস্ফুট হৈ পৰিছিল ; কিন্তু বহুল ব্যৱস্থা আৰু বয়বস্তুৰ দুৰ্ব্বহ মেটমৰা বোজাই সৈন্যবাহিনীৰ গতি যিদৰে বাধাগ্ৰস্ত কৰে, সামৰিক দৃষ্টি কোণৰপৰা সেই কথাও বিশেষ মন কৰিবলগীয়া। আকবৰে কি কৰিব লাগে সেই কথা জানিছিল ; তেওঁ যি শত্ৰুপক্ষৰ সন্মুখীন হয়, তেওঁলোকৰ যুদ্ধ কৌশলৰ লগত খাপ খাব পৰাকৈ নিজৰ যুদ্ধ কৌশলো প্ৰয়োগ কৰে। দ্বিতীয়বাৰ চলোৱা গুজৰাট অভিযানে প্ৰমাণ দেখুৱালে যে আৱশ্যক

হলে তেওঁ অপূৰ্ব্ব ক্ষিপ্ৰতাৰে আক্ৰমণ চলাব পাৰে। ক্ষিপ্ৰতা আৰু অতৰ্কিং আক্ৰমণ এই দুটা বিশেষ আৱশ্যকীয় কথা। কাবুলৰ অভিযানত তেওঁ যি শত্ৰুপক্ষৰ লগত যুজিবলৈ ওলাই ছিল, সেই শত্ৰুপক্ষক আক্ৰমণ কৰিবৰ বাবে ইমান ব্যহুল্যভাৱে আৰু যত্নেৰে আয়োজন কৰাৰ প্ৰয়োজন নাই বুলিয়েই আকবৰে মনতে ভাবিছিল। কিন্তু পৰিস্থিতি এনেকুৱা আছিল যে অভিযান ব্যৰ্থ হলে অকল নিজৰ সৈন্যবাহিনীয়েই নহয় আকবৰৰ সিংহাসন আৰু বংশও বিপন্ন হৈ পৰিলহেঁতেন। সেই দেখি তেওঁ বিশেষ সতৰ্কতা অৱলম্বন কৰিলে; তদুপৰি পাহাৰী দেশলৈ গৈ অভিযান চলোৱা সৈন্যবাহিনীৰ কাৰণে তেনে সতৰ্কতামূলক ব্যৱস্থা লোৱাটো অপৰিহাৰ্য্য; কাৰণ আত্মৰক্ষা কৰোঁতাপক্ষৰ কাৰণে পাহাৰী অঞ্চল বিশেষ সুবিধাজনক। চমক লগোৱা বিপুল বাহিনী লৈ ধীৰে সুস্থিৰে আগবঢ়াৰ পৰা একো অসুবিধা নহয় বুলি আকবৰে বুজিছিল; অৱশ্যে সক্ৰিয় আৰু যোগ্যতৰ প্ৰতিপক্ষই তেওঁক হয়তো বিপৰ্য্যয়ৰ গৰাহত পেলাব পাৰিলেহেঁতেন।

## ১৩

কাবুলৰ দুৱাৰ মুখ পাওঁতে মনছেৰেটে সম্ৰাটক অভিনন্দন জনালে। অভিযানৰ সফলতাত আকবৰৰ সন্তুষ্টি আৰু আনন্দ সম্পৰ্কে মন্তব্য কৰোঁতে এই জেছুইটজনে লিখিছে যে গৌৰৱ আৰু যশস্যাৰ প্ৰতি দুৰ্ব্বলতা থকা আকবৰে আশা কৰিছিল যে মনছেৰেটৰ যোগেদি তেওঁৰ সুখ্যাতি স্পেইন পৰ্য্যন্ত বিয়পি পৰিব। দৰাচলতে আকবৰৰ তেতিয়া মনোযোগ আছিল—তেওঁৰ সকলো প্ৰজাকে একত্ৰিত কৰিব পৰা নতুন ধৰ্ম্ম এটা প্ৰৱৰ্ত্তন কৰাত। তেওঁ আনহাতে ইউৰোপীয় শক্তিসমূহৰ লগতো কোনোপ্ৰকাৰে সংযোগ স্থাপন কৰিবলৈ মনস্থ কৰিছিল। অৱশ্যে সেই মনোভাৱ কিমান অকৃত্ৰিম আছিল, আমি কব নোৱাৰো। কিন্তু তেওঁ তুৰ্কীৰ বিৰুদ্ধে পৰ্ত্তুগালৰ পক্ষ লব বুলি অদ্ভুত প্ৰস্তাৱ এটা কৰি ইউৰোপলৈ সজাতি দল এটা পঠাবলৈ সিদ্ধান্ত লৈছিল। পোপলৈকো তেওঁ এখন চিঠি লিখিলে। মনছেৰেটক অন্যতম কটকী স্বৰূপে যাব লাগে বুলি তেওঁ টানি ধৰিলে; তেওঁৰ লগত ছৈয়দ মুজাফৰ যাব। কিন্তু একোৱাভিভাৰ কি হ'ব? বন্দৱস্ত এয়ে হল যে তেওঁ থাকিব আৰু মনছেৰেটৰ ঠাইত তেৱেঁই মুৰাদৰ শিক্ষক হ'ব। এজন জেছুইটো এই বিষয়ত সুখী হোৱা নাছিল, কিন্তু সম্মতি নজনোৱাৰ বাহিৰে উপায়ো নাছিল। ইউৰোপলৈ পঠোৱা সজাতি দল পিছে গোৱালৈকেহে যাব-পাৰিলে। ছৈয়দ মুজাফৰ আদিৰে পৰা অনিচ্ছুক আছিল; তেওঁ লগ এৰা দি দাক্ষিণাত্যৰ ক'ৰবাত আত্মগোপন কৰি থাকিল। সজাতি দলৰ যাত্ৰা স্থগিত ৰখা হ'ল; ইপিনে মনছেৰেটক ফাডাৰ প্ৰভিন্সিয়েলে আবিছিনিয়ালৈ যাবলৈ নিৰ্দ্দেশ দিলে। সেই যাত্ৰাতে আৰবসকলে

তেওঁক বন্দী কৰিলে। ভাৰতলৈ উলটি আহি অৱসন্ন হৈ ১৬০০ চনত তেওঁৰ মৃত্যু ঘটিল।

অকোৱাভিভাই অনুভৱ কৰিলে যে ইমান আশা লৈ তেওঁ আৰু মনছেৰেটে যি দায়িত্ব পালন কৰিব বুলি ভাবিছিল, সি তেনেই ব্যৰ্থ হ'ল ; সেইদেখি তেওঁ উলটি যাবলৈ ইচ্ছা কৰিলে। এতিয়া তেওঁৰ নিশ্চিতভাৱে প্ৰত্যয় জন্মিল যে সম্ৰাটে কেতিয়াও দীক্ষা গ্ৰহণ নকৰে। আবুল ফজ্‌লে বৃথাই বুজাবলৈ চেষ্টা কৰিলে যে আকবৰে তেওঁৰ ৰাজসভাত বিদেশী লোক থকাটো ভাল পায় আৰু আন সকলো বিদেশীলোকতকৈ পাদ্ৰী সকলেই সম্ৰাটৰ আটাইতকৈ প্ৰিয়। আবুল ফজ্‌লে বৃথাই এইবুলি বুজাবলৈ চেষ্টা কৰিলে যে সম্ৰাটক উপঢৌকন স্বৰূপে একেদিনে প্ৰদান কৰা কোৰাণ আৰু বাইবল পৱিত্ৰ গ্ৰন্থ দুখনৰ মাজত বাইবলৰ প্ৰতিহে তেওঁ অধিক শ্ৰদ্ধা দেখুৱালে, অথচ কোৰাণখন বাইবল খনতকৈ অধিক মূল্যবান আৰু আকৰ্ষণীয় ৰূপত বন্ধোৱা আছিল। এনেবোৰ বুজনিৰ উত্তৰত একোৱাভিভাই মাত্ৰ ক্ষীণ বিষাদসূচক হাঁহি এটা মাৰিলে। এই মানুহজন আছিল খং বিষ নথকা ধৰণৰ : আনকি হিন্দুসকলেও তেওঁক 'স্বৰ্গীয় দূত' ৰূপে অভিহিত কৰিছিল। গোৱালৈ প্ৰত্যাৱৰ্ত্তন কৰিবলৈ তেওঁ দৃঢ় সঙ্কল্প গ্ৰহণ কৰিলে। কাবুলৰপৰা আকবৰ উলটি অহাৰ প্ৰায় এবছৰৰ মূৰত একোৱাভিভাৰ ইচ্ছা পূৰণ হ'ল ; তেওঁক মাতি পঠাবৰ বাবে ফাডাৰ প্ৰভিন্সিয়েলক সন্মত কৰালে। অনিশ্চাসত্বেও সম্ৰাটে তেওঁক যাবলৈ অনুমতি দিলে আৰু লগত যাবৰ বাবে এজন ৰখীয়াও দিলে। ১৫৮৩ চনৰ মে মাহত তেওঁ গোৱাত উপস্থিত হ'লগৈ। দুমাহৰ মূৰত উন্মত্ত হিন্দু জনতাৰ হাতত তেওঁ নিহত হ'ল ( অৱশ্যে এইটো সঁচা যে পাদ্ৰীসকলে তেওঁলোকৰ মন্দিৰ ধ্বংস কৰিছিল আৰু তেওঁলোক উন্মত্ত হৈ পৰাৰ কাৰণ আছিল ) ; সুদীৰ্ঘ কাল ধৰি কামনা ক.ৰ থকা অনুসৰি একোৱাভিভা শেষত শ্বহীদ হ'ল।



ইউৰোপলৈ মোগল সম্ৰাটৰ সজাতি দল পঠোৱা কামটো হৈ নুঠিলগৈ যদিও সেই বছৰতে ( ১৫৮৩ ) ইউৰোপৰ তৰফৰ পৰা চেষ্টা চলিল ; এইবাৰ ইংলণ্ডে চেষ্টা হাতত ললে। আকবৰৰ খ্যাতি ইতিমধ্যে সুদূৰৰ বৃটিছ দ্বীপপুঞ্জ পালেগৈ ; ৰাণী এলিজাবেথে "দুৰ্জ্জেয় আৰু অসীম শক্তিশালী ৰজা" বুলি অভিহিত কৰি আকবৰলৈ এখন চিঠি দিয়ে। পিছলৈ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠা সেই দুখন দেশৰ মাজত চিঠি-পত্ৰৰ যোগাযোগ ঘটা এয়ে প্ৰথম আছিল। জন নিউবেৰী নামৰ লণ্ডনৰ সদাগৰ এজনক কটকীস্বৰূপে বছা হৈছিল ; পিছে তেওঁৰ অভ্যৰ্থনা সম্পৰ্কীয় কোনো বিৱৰণী লিপিবদ্ধ নহল। তাৰ ১৭ বছৰৰ মূৰত পৰ্ত্তুগীজসকলৰ সৈতে সমানে বেপাৰৰ সা-সুবিধা বিচাৰি ৰাণী এলিজাবেথে জন মিল্‌ডনহল নামৰ আন এজন কটকীক পঠাইছিল। তেওঁক সন্মানসহ দৰবাৰত অভ্যৰ্থনা জনোৱা হৈছিল। পিছে আকবৰে এই বিষয়ে জেছুইট্‌সকলৰ লগত আলোচনা কৰাত তেওঁলোক ক্ৰোধান্বিত হ'ল আৰু তেওঁলোকে সকলো ইংৰাজলোকক চোৰাংচোৱা আৰু চোৰ বুলি ভৎ‌সনা কৰিলে। আনহাতে মিল্‌ডেনহলে জেছুইট্-সকলৰ বিৰুদ্ধে অভিযোগ তুলিলে যে জেছুইট্ কেইজনে ইংৰাজ কটকীৰ বিৰুদ্ধাচৰণ কৰিবলৈ ৰাজসভাৰ লোকক ভাৰভেটি দিছে। তেওঁৰ অভিযোগ হয়তো অমূলক আছিল ; কিন্তু গোটেই ঘটনাটো বৰ তিক্ততাপূৰ্ণ আছিল। আকবৰ আৰু একোৱাভিভাৰ মাজত হোৱা প্ৰথম কথোপকথনৰ লগত এই পৰিৱেশ সম্পূৰ্ণ বিপৰীত আছিল। আমি এতিয়া ১৫৮২ চনৰ অৱস্থাৰ কথালৈ আহো।

'উপাসনা গৃহ'ৰ আলোচনা কিছুদিনলৈ লেলাই-ধেন্দাই চলি

আছিল। কাবুল অভিযানৰ পিছত সেয়ে সম্পূর্ণৰূপে বন্ধ হৈ গল। কেতিয়াবা আকবৰে গৈ তাত অকল জেছুইট্ পাদুৰী কেইজনকহে লগ পায়; কিন্তু সেই শূন্যগৃহত তেওঁলোকক প্রশ্ন কৰিবলৈ বা তেওঁলোকৰ বিৰোধিতা কৰিবলৈ আন কোনো লোক নেথাকে। ইয়াৰ ব্যর্থতা স্বীকাৰ কৰি সম্রাটে ঘৰটো ভঙাই পেলালে।

সেই আবেগময় শাস্ত্রালোচনা আৰু বাক্-বিতণ্ডাৰপৰা একো লাভ নহল, কোনো সর্ব্বসম্মতিসূচক সিদ্ধান্ততো উপনীত হব নোৱাৰিলে। ই মাত্র বিৰোধৰ তিক্ততাহে বঢ়ালে, তথাপি আকবৰে নিজৰ মতত খামুচি ধৰি থাকিল। মুৰকত এনে দেখা গল যে ধৰ্ম্মৰ ক্ষেত্রত যদি আৰু কিবা কৰিবলগীয়া থাকে তেন্তে সেই ক্ষেত্রত তেওঁ নিজে সক্রিয় হৈ আগভাগ লব লাগিব।

আকবৰৰ চূড়ান্ত লক্ষ্য আছিল—ভাৰতক ঐক্যবদ্ধ কৰা। শক্তিৰ বলেৰেই হওক বা মর্য্যাদাৰ আকর্ষণৰ যোগে দিয়েই হওক গোটেই বিশাল দেশখনকে একত্রিত শাসনৰ অধীনলৈ অনাটোৱেই তেওঁৰ স্বপ্ন আছিল। মধ্য এছিয়াত থকা তেওঁৰ পূর্ব্বপুৰুষসকলৰ দৰে দেশ জয় আৰু ধ্বংস কৰি সাম্রাজ্য এখন পাতি থৈ যোৱাটো তেওঁ বিচৰা নাছিল। তেওঁ বুজিছিল যে অকল শক্তিৰ বলেৰে প্রতিষ্ঠা কৰা সাম্রাজ্য এখন তেওঁৰ মৃত্যুৰ পাছত নিশ্চিতভাৱে ভাগি টুকুৰাটুকুৰ হব। ক্রমিক পর্য্যায়ত ইখনৰ পাছত সিখন প্রদেশ যোগ দি সুদৃঢ় আৰু ন্যায়নিষ্ঠ প্রশাসন প্রতিষ্ঠা কৰাটোকে তেওঁ বিচাৰিছিল। বিদেশী আৰু মুছলমান ধৰ্ম্মাৱলম্বী হৈয়ো তেওঁ ভাৰতৰ লগত আত্মসত্তা সম্পূর্ণভাৱে মিলাই দিবলৈ বিচাৰি ছিল। কিন্তু ধৰ্ম্মৰ বিভিন্নতাই কঠিন অসুবিধা আৰু অন্তৰায়ৰ সৃষ্টি কৰিলে। সদ্ভাৱসম্পন্ন সকলো মানুহকে একত্রিত কৰিব পৰা ধৰ্ম্ম এটা উদ্ভাৱন কৰাটো সম্ভৱপৰ হব নে?



তেওঁ জনা সকলোবোৰ ধৰ্ম্মৰ মাজতে তেওঁ সত্যৰ সন্ধান ললে। সকলো ধৰ্ম্মৰ মাজতে তেওঁ ভাল কথা থকা দেখা পালে, আৰু প্রতিটো ধৰ্ম্ম অৱলম্বন কৰা লোকৰ মাজত ভাল মানুহ থকাও দেখিবলৈ পালে। খৃষ্টৰ বাণীৰ প্রতি আকৃষ্ট হোৱাৰ বাহিৰেও তেওঁ হয়তো খৃষ্টান ধৰ্ম্মৰ প্রতি এই কাৰণত আকৃষ্ট হৈছিল যে তেওঁৰ সকলো প্রজাৰ কাৰণে সমানে অজ্ঞাত আৰু অপৰিচিত এই নতুন ধৰ্ম্ম কিজানি শেষত সকলোৱে গ্রহণযোগ্য হয়। তেওঁ যদি এনে আশা পোষণ কৰিছিলেও, তেন্তে খৃষ্টান পাদুৰীসকলৰ লগত ঘনিষ্ঠ সম্পর্কত অহাৰ পাছত ইয়াৰ অসার্থকতা উপলব্ধি কৰিলে। মুছলমান আৰু খৃষ্টানৰ পাৰস্পৰিক বিৰুদ্ধ ভাব অতিশয় তীব্র আৰু গভীৰ; ষোড়শ শতিকাত জাপানী সকলে খৃষ্টিয়ান ধৰ্ম্মৰ প্রতি দেখুৱা সৌহার্দ্দ ভাৱৰ দৰে হিন্দুসকলেও খৃষ্টিয়ান ধৰ্ম্মৰ প্রতি একো সমাদৰ নেদেখুৱালে; অৱশ্যে জাপানতো খৃষ্টান ধৰ্ম্মপ্রচাৰক সকলৰ প্রাথমিক সাফল্যক ৰাজনৈতিক দম্ভালি, আকাঙ্ক্ষা আৰু ষড়যন্ত্রৰ পাকচক্রই পাছত নির্ম্মূল কৰিলে। তেনেহলে আকবৰে কি কৰিব? তেওঁ ভাৰতৰ প্রধান ধৰ্ম্মবোৰৰ পৰা কিছুমান কথা গ্রহণ কৰিলে। কিন্তু একোৱেই তেওঁৰ মনোবাঞ্ছা সম্পূর্ণৰূপে পূৰণ কৰিব নোৱাৰিলে। ঐক্যৰ আৰু সংস্কৃতিৰ ধাৰণাই তেওঁৰ মনৰ মাজতে সততে খুন্দিয়াই থাকিবলৈ ধৰিলে।

তেওঁৰ প্রিয় বন্ধু আবুল্ ফজ্লৰ দেউতাক শেখ মুবাৰক এজন পণ্ডিত আৰু উদাৰপন্থী ধৰ্ম্মশাস্ত্রবিদ আছিল; তেৱেঁই এবাৰ আকবৰৰ মনত এটা ধাৰণা সুমুৱাই দিছিল। পার্থিৱ জগতৰ শাসক হোৱাৰ উপৰিও আধ্যাত্মিক বিষয়ৰো শাসক হ'ব লাগে বুলি তেওঁ সম্রাটৰ ওচৰত নিবেদন জনাইছিল। সেই বীজৰ গজালি ওলাল। ৰহস্যবাদী অন্তৰসম্পন্ন আকবৰে ধৰ্ম্মৰ বাহ্যিক ৰূপৰ লগত প্রকৃত ধৰ্ম্মক অভিন্ন

ৰূপে গণ্য কৰিব নোৱাৰিলে ; আধ্যাত্মিক ঐক্যৰ যি প্ৰতীকৰ প্ৰয়োজন হৈছিল তাৰ অস্তিত্ব নিজৰ মাজতে থকা বুলি তেওঁ অনুভৱ কৰিলে। সকলো বিভিন্নতাক সামৰি লৈ তেওঁ গঠন কৰা সাম্ৰাজ্যত সংহতিৰ প্ৰতীক হল একমাত্ৰ তেৱেঁই। সকলো প্ৰকাৰ ধৰ্ম্ম, সম্প্ৰদায় আৰু ধৰ্ম্মবিশ্বাসতে এজন ঈশ্বৰ আছে—যাক সকলোৱে আৰাধনা কৰে। সকলোৰে দায়িত্ব বহন কৰা আকবৰ সেই ঈশ্বৰৰে পাৰ্থিৱ প্ৰতিনিধি ; আন কোনেও সেৱাৰ দায়িত্ব লব নোৱাৰে। সুদীৰ্ঘ কালৰ পৰা পোষণ কৰি অহা ধাৰণাই বাস্তৱৰ ৰূপ ললে ১৫৮২ চনত ; তেওঁ এটা নতুন স্বৰ্গীয় ধৰ্ম্ম প্ৰবৰ্ত্তন কৰিলে। এই ধৰ্ম্মৰ উদ্দেশ্য আছিল সকলোবোৰ ধৰ্ম্মৰ বিৰোধ আঁতৰাই এটাত পৰিণত কৰা।

এইটো আছিল কাবুল অভিযানৰ পৰা উলটি অহাৰ এবছৰৰ পাছৰ ঘটনা। তেতিয়া বঙ্গৰ বিদ্ৰোহে একো উৎকণ্ঠাৰ ভাব সৃষ্টি কৰা নাছিল। দেশত হোৱা বিশ্বাসঘাতকতামূলক কাৰ্য্যকলাপৰ বিৰুদ্ধেও কঠোৰ ব্যৱস্থা লোৱা হ'ল। বাহিৰৰ পৰা আক্ৰমণ হোৱাৰ শঙ্কাও নোহোৱা হল। সকলো বাধা অগ্ৰাহ্য কৰিব পৰা শক্তি আহৰণ কৰি তেওঁ নিৰাপদ আৰু শক্তিশালী হোৱা বুলি অনুভৱ কৰিলে। তেওঁ সাধাৰণ পৰিষদ এখন আহ্বান কৰি নিজৰ মনোভাৱ ব্যক্ত কৰিলে। ইমানবোৰ বেলেগ বেলেগ ধৰ্ম্মই ৰাজনীতি ক্ষেত্ৰত সৃষ্টি কৰা অনৈক্যৰ বিষয়ে বৰ্ণনা কৰি শেষত তেওঁ কলে—"সেইদেখি আমি সকলোকে একত্ৰিত কৰিব লাগিব, কিন্তু তাকে এনেভাৱে কৰিব লাগিব যাতে একক আৰু বিভিন্নৰূপ দুয়োটা অক্ষুণ্ণ থাকে ; আৰু যাতে এটা ধৰ্ম্মৰ ভাল কথাখিনি লুপ্ত নকৰাকৈ আন এটা ধৰ্ম্মৰ ভাল কথাখিনি গ্ৰহণ কৰিবৰ সুবিধা থাকিব। সেইদৰেই ঈশ্বৰৰ প্ৰতি শ্ৰদ্ধা দেখুৱা হ'ব, সকলো মানুহৰ মাজত শান্তি স্থাপিত হব আৰু সাম্ৰাজ্যও নিৰাপদ হব।"



এই সম্পৰ্কীয় ধৰ্ম্ম অৱশ্যে ব্যৰ্থ হ'ল। ধাৰ্ম্মিক সমাজত সহনশীলতাক সদগুণ বুলি ধৰা নহয় ; ই নিষ্ঠাহীনতা আৰু স্বধৰ্ম্মৰ প্ৰতি উদাসীনতাৰ পৰিচায়ক বুলি নিন্দাহে কৰা হয়। এনে সহজ সৰল ধৰ্ম্ম এটাক অস্পষ্ট আৰু অন্তঃসাৰশূন্য বুলি গৰিহণা দিয়াৰ থল সহজে উলিয়াব পাৰি। আটাইতকৈ দুখৰ কথা এয়ে হ'ল যে নতুন ধৰ্ম্মপন্থাৰ মুৰব্বী-স্বৰূপে আকবৰে ভূমিকা লোৱাত সকলো ধৰণৰ সন্দেহৰ বাট উলিয়াই দিলে। কিন্তু তেওঁৰ সেই স্বপ্নৰ মাজত অলপো নীচতা নাছিল। যিসকলে ইয়াক নিজৰ শক্তি বঢ়োৱাৰ কৌশল বা চতুৰালি বুলি ভাবিছিল তেওঁলোকে আকবৰৰ চৰিত্ৰ সম্পৰ্কে স্বকীয় অজ্ঞতা বা নুবুজাটোহে প্ৰমাণ কৰে।

সকলোকে একত্ৰিত কৰিব খোজা এই ধৰ্ম্মই কাকো সন্তুষ্ট কৰিব নোৱাৰিলে। তদুপৰি মানুহৰ মাজত থকা দুৰ্ব্বলতাৰ ওচৰত আকবৰেও ধৰা দিলে ; যি আকবৰে তেওঁৰ পূৰ্ব্বপুৰুষে আচৰণ কৰা ধৰ্ম্মৰ অসহিষ্ণুতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল, তেৱেঁই এতিয়া নিজৰ সহন-শীলতা ভঙ্গ কৰি মুছলমানৰ ৰীতি-নীতিৰ বিৰুদ্ধে আপত্তিকৰ অধ্যাদেশ কিছুমান জাৰি কৰিলে। আন্তঃৰাষ্ট্ৰীয় সম্ভাৱৰ ক্ষেত্ৰত আগৰনুৱা হোৱা লোকসকলে যেনেকৈ প্ৰায়ে সেই সাৰ্ব্বজনীন হিতৈষণা আচৰণ কৰাৰ পৰা নিজৰ দেশক ৰেহাই দি আকৌ নিজৰ দেশকে বিৰূপ চকুৰে চায়, ঠিক সেইদৰেই সকলো পৰ ধৰ্ম্মক উগ্ৰভাৱে ঘৃণাৰ চকুৰে চোৱা বিজেতাসকলৰ এই বংশধৰ জনে আন সকলো ধৰ্ম্মতকৈ নিজৰ পৈত্ৰিক ধৰ্ম্মক উৎপীড়ন কৰিবলৈ ললে। বছৰ পাৰ হৈ যোৱাৰ লগে মহম্মদৰ বিৰুদ্ধে আৰু তেওঁৰ সমুদায় ধৰ্ম্মব্যৱস্থাৰ বিৰুদ্ধে সম্ৰাটৰ বিৰূপ মনোভাৱ ক্ৰমে বাঢ়িবলৈ ধৰিলে। ১৫৯৫ চনত পিন্‌হিৰ (Pinheiro) নামৰ জেছুইট্ এজনে লাহোৰত এটা মছজিদ আৰু আনকি এখন

কোৱাণো দেখিবলৈ নেপালে ; য'ত মছজিদ আছিল, তাকো ঘোঁৰাশালত পৰিণত কৰা হ'ল। তেওঁ লেখিছে "সম্রাটে এটা নিজস্ব ধৰ্ম্ম উলিয়াইছে আৰু নিজক এজন হজৰতৰূপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছে। তেওঁক ইতিমধ্যে বহুত লোকে অনুসৰণ কৰিছে ; পিছে সম্রাটে টকা দিয়াৰ বিনিময়তহে তেওঁলোকে এই কাম কৰিছে। তেওঁ ঈশ্বৰ আৰু সূৰ্য্যক পূজা কৰে ; তেওঁ এজন হিন্দু ; জৈন ধৰ্ম্মও তেওঁ অনুসৰণ কৰে।" 'দিন-ইলাহি' প্ৰবৰ্ত্তন কৰাৰ ১৩ বছৰৰ পাছতো বিভিন্ন ধৰ্ম্মৰ পৰা আহৰণ কৰা তেওঁৰ ধৰ্ম্ম বিষয়ক আচাৰসমূহ তেওঁ নিজে পালন কৰি আছিল ; সম্রাটক কেন্দ্ৰ কৰি গঢ় লোৱা নতুন ধৰ্ম্মই অৱশ্যে তেতিয়াও বিশেষ আগবাঢ়িব পৰা নাছিল। তেওঁৰ অনিশ্চিত মনোভাৱৰ সদায় বিৰুদ্ধাচৰণ কৰি অহা মুছলমান সকলেই এই ব্যৰ্থতাৰ বাবে দায়ী বুলি ধৰি অজানিতে তেওঁ হয়তো তাৰ পোতক তুলিছিল।

বিফল মনোৰথ হোৱাৰ বাবে আকবৰে কি ভাবিছিল সেই কথা আমি নেজানো। সম্ভৱতঃ তেওঁ আত্ম-প্ৰতাৰিত হৈছিল আৰু সুযোগসন্ধানী লোক আৰু চাটুকাৰসকলে তেওঁৰ সফলতা সম্পৰ্কে বঢ়াই কৈছিল। তেওঁ নিশ্চয় নিজে এইবুলি বিশ্বাস কৰিছিল যে ৰজাৰ ওপৰতে ঐশ্বৰিক ক্ষমতা আৰোপিত হৈছিল ; অৱশ্যে এনে মনোভাৱ পোষণ কৰাটো ইউৰোপৰ কাৰণে নতুন নহয়। যিয়েই নহওক, এটা কথা ঠিক যে ধৰ্ম্মৰ ক্ষেত্ৰত নেতৃত্ব কৰিব পৰা প্ৰতিভা তেওঁৰ নাছিল। কিন্তু তেতিয়াও সাম্রাজ্যৰ বাহ্যিক আৰু বৈষয়িক ক্ষেত্ৰত ঐক্য স্থাপন কৰাৰ উদ্দেশ্যে চেষ্টা চলাই থাকিব পৰা অৱস্থা তেওঁৰ আছিল। সেই বিষয়ত অৱশ্যে তেওঁ খেলিমেলি লগোৱা নাছিল।

## ১৪

সম্রাটৰ আকাঙ্ক্ষাৰ অনুপাতে তেওঁৰ ৰাজ্যখন তেতিয়াও বিস্তৃত হোৱা নাছিল। দক্ষিণৰ সকলোবোৰ বৃহৎ অঞ্চল তেওঁৰ কৰ্ত্তৃত্বৰ বাহিৰত আছিল আৰু উত্তৰ আৰু পশ্চিম ফালৰ কিছুমান ৰাজ্যও নিজৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱাটো তেওঁ কামনা কৰিছিল।

তেওঁ প্ৰথমেই মনোযোগ দিলে কাশ্মীৰ আৰু সিন্ধুৰ প্ৰতি। কাশ্মীৰ দখল কৰা হল। কিন্তু যথেষ্ট ক্ষতিৰ বিনিময়তহে জয় লাভ কৰিব পাৰিলে। সম্রাটে তেতিয়া নিজে অভিযান পৰিচালনা কৰা নাছিল ; শাসক হিচাপে এটা বিষয়ত তেওঁৰ দুৰ্ব্বলতা আছিল—তেওঁ সদায় সুবিবেচনাৰ মূৰত সেনাপতি নিৰ্ব্বাচন কৰা নাছিল। এই অভিযান চলাবৰ বাবে পঠোৱা তিনিজন সেনাপতিৰ মাজত কাজিয়া লাগে—এইটো অস্বাভাৱিক ঘটনা নহয় ; কিয়নো তেওঁলোকৰ এজন আছিল বীৰবল—তেওঁ আকবৰৰ অন্তৰঙ্গ আৰু বিশ্বস্ত বন্ধু, সঙ্গীতজ্ঞ, কবি আৰু ন্যায়বিচাৰক কিন্তু তেওঁ যোদ্ধা বা সৈন্যাধ্যক্ষ নাছিল। অবিবেচনাপ্ৰসূত সিদ্ধান্তৰ বশবৰ্ত্তী হৈ সৈন্যবাহিনীক অগ্ৰসৰ হবলৈ কোৱাৰ ফলত পৰ্ব্বতৰ গিৰিপথ এটাত অতৰ্কিতে আক্ৰান্ত হব লগীয়া হ'ল। এই যুদ্ধত বীৰবল নিহত হ'ল ; আকবৰে আঠ হেজাৰ সৈন্য নিহত হোৱাৰ কথা যিমান ধীৰেৰে সহ্য কৰিব পাৰিছিল, বীৰবলৰ মৃত্যুক সিমান সহজে গ্ৰহণ কৰিব নোৱাৰিলে, তেওঁৰ প্ৰিয় বীৰবল আছিল সুখৰ সহচৰ ; তেওঁৰ কথা বা তেওঁ গোৱা স্বৰচিত সান্ধ্য গীত তেতিয়াও আকবৰৰ কাণত বাজি আছিল। এই বীৰবলৰ কাৰণেই তেওঁ ফতেপুৰ শিক্ৰিত বিতোপন ঘৰ এটা সজাই দিছিল। হিন্দুৰ ভিতৰত একমাত্ৰ বীৰবলেহে সম্রাটৰদ্বাৰা প্ৰৱৰ্ত্তিত নতুন 'স্বৰ্গীয় ধৰ্ম্ম'

গ্ৰহণ কৰিছিল। কিন্তু আকবৰ তেতিয়া জীৱনৰ এনে এটা পৰ্য্যায়ত উপনীত হৈছিল—যি সময়ত মানুহৰ ডেকা কালৰ বন্ধুসকল এজন এজনকৈ মৃত্যুৰ মুখত পৰে ; তেওঁ সময়ৰ আঘাত যথাশক্তি সহ্য কৰি যাব লগা হয়।

কাশ্মীৰক সেও মনোৱাৰ পাছত ১৫৮৯ চনৰ বসন্ত কালত আকবৰ লাহোৰৰ পৰা গৈ শ্ৰীনগৰত উপস্থিত হ'ল; তাৰপৰা কাবুললৈ গ'ল। তাতে আৰু দুজন লোকৰ মৃত্যুৰ বাতৰি পোৱাত তেওঁ মনত আঘাত পালে। তাৰে এজন আছিল—ভগৱান দাস; ৰাজপুতসকলৰ ভিতৰত তেৱেঁই পোন-প্ৰথমে মোগলৰ লগত যোগ দিয়ে ; এই সাহসী যোদ্ধাজনে চিতোৰ আৰু গুছৰাটৰ যুদ্ধত আকবৰৰ কাষত থিয় দি যুজত অৱতীৰ্ণ হৈছিল। দ্বিতীয়তে টোডৰমলৰ মৃত্যুৰ বাতৰি পালে। সাধাৰণ কেৰানীৰ পৰা গৈ প্ৰধান মন্ত্ৰীৰ বাব পোৱা এই মানুহজন আকবৰৰ বিশ্বস্ত সৈন্যধ্যক্ষসকলৰ ভিতৰত অন্যতম।

১৫৯১ চনত সিন্ধু দখল কৰা হয়। আকবৰৰ তাহানিৰ অভিভাৱক বাইৰাম খাঁৰ সুযোগ্য পুত্ৰ আব্দুৰ ৰহিমে এই অভিযান পৰিচালনা কৰিছিল। বাপেকৰ মৃত্যুৰ পাছত আব্দুৰ ৰহিমক আকবৰে নিজৰ সন্তানৰ দৰেই আদৰি লৈছিল। সিন্ধু বিজয়ৰ পাছত বিজয় পৰিকল্পনা সহজতে সম্পূৰ্ণ হয়। তাৰ পিছৰ বছৰত পূব পিনে অৱস্থিত উৰিষ্যা দখলাধীন হয়। চাৰি বছৰৰ মূৰত বেলুচিস্থান আৰু কান্দাহাৰো তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয়।

দাক্ষিণাত্য তেতিয়াও বাদ পৰি থাকিল। সম্ৰাটে হয়তো ভাবিছিল যে তেওঁৰ নামৰ মৰ্য্যাদা তেতিয়া দুৰ্জ্জেয় হৈ পৰা হেতুকে দীঘলীয়া অভিযান চলাই কষ্ট নকৰাকৈয়ে দক্ষিণ অঞ্চলৰ ৰাজ্যবোৰৰ শাসকসকলে তেওঁৰ অধিৰাজকত্ব স্বীকাৰ কৰি লব। দাক্ষিণাত্যৰ ৰাজ্যবোৰ



অধীনস্থ কৰাতকৈয়ো পৰ্ত্তুগীজসকলৰ বিৰুদ্ধে অভিযান চলাই উপকূল অঞ্চলৰ বসতিৰ পৰা তেওঁলোকক খেদাই পঠাব পৰাকৈ সুচল ঠাই এডোখৰ হস্তগত কৰি লোৱাহে তেওঁৰ দাক্ষিণাত্য অভিযানৰ উদ্দেশ্য আছিল যেন ধাৰণা হয়। সেই সময়ত পৰ্ত্তুগীজৰ লগত আকৌ তেওঁৰ যোগাযোগ হৈছিল ; তেওঁৰ অনুৰোধক্ৰমে ১৫৯১ চনত ৰাজসভাত দ্বিতীয় জেছুইট মিছন এটা উপস্থিত হয়হি। এই দলটোৱে আকবৰৰ দৰবাৰত খাপখুৱাব নোৱাৰাত তিনি বছৰৰ মূৰত তেওঁৰ বুজনিতে তৃতীয় দল এটা আহে। এই তৃতীয় দলৰ নেতৃত্ব বহন কৰোঁতা ফাডাৰ জেৰম্ জেভিয়াৰ আকবৰ আৰু তেওঁৰ উত্তৰাধিকাৰীৰ দিনত কমেও ২৩ বছৰ ৰাজসভাত আছিল ; একোৱাভিভা আৰু মনছেৰেটৰ সমানেই তেওঁ সম্ৰাটৰ লগত ঘনিষ্ঠতা ৰখাৰ সুযোগ পাইছিল। কিন্তু আগৰ বিশ্বাস আৰু বন্ধুতা নাছিল। একোৱাভিভা আৰু মনছেৰেট সৎ আৰু নিষ্ঠাবান লোক আছিল ; বিধৰ্ম্মীৰ মাজত খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰা উদ্দেশ্যকে তেওঁলোকে সাৰোগত কৰি লৈছিল। পৰৱৰ্ত্তী জেছুইট প্ৰতিনিধি সকলো হয়তো সমানে উৎসাহী আছিল ; কিন্তু তেওঁলোকৰ ধৰ্ম্মৰ প্ৰতি থকা তৎপৰতাৰ লগতে ৰাজনৈতিক আৰু বাণিজ্যিক সা-সুবিধা আদায় কৰাৰ মনোভাবেও সচেতন ভাৱে ক্ৰিয়া কৰিছিল। তিনিওটা মিছনেই অৱশেষে সম্ৰাটক খৃষ্টিয়ান ধৰ্ম্মত দীক্ষিত কৰাৰ চেষ্টাত বিফল হয়।

দাক্ষিণাত্যত তেওঁৰ উদ্দেশ্য পূৰণ কৰাৰ হকে প্ৰথম কাম হল—চাৰিজন কটকী পঠোৱা ; যি চাৰিখন ৰাজ্যৰ বিৰুদ্ধে পোনতে ব্যৱস্থা লব লাগিব সেই কেইখন ৰাজ্যলৈকে কটকী পঠোৱাৰ দিহা কৰা হ'ল। ইয়াৰ ভিতৰত্ত আটাইতকৈ গুৰুত্বপূৰ্ণ ৰাজ্য হিচাপে তেওঁৰ বিবেচনা মতে পৰিগণিত হ'ল—সহজে প্ৰৱেশ কৰিব পৰা ৰাজ্য খান্দেচ (ৰাজধানী বুৰ্হানপুৰ) আৰু আহমদনগৰ।

বহুত দিনৰ মূৰত কটকী কেইজন উভতি আহিল—কিন্তু তেওঁলোকে ভাল খবৰ অনা নাছিল। আহমদনগৰৰ শাসকে অতি সামান্য আৰু মূল্যহীন উপহাৰ এটা সম্ৰাটলৈ পঠোৱা কথাটোৱেই যুদ্ধ ঘোষণা কৰাৰ বাবে উপযুক্ত উপলক্ষ্য বুলি বিবেচিত হ'ল। সিন্ধু-বিজেতা আব্দুৰ ৰহিমক সৈন্যাধ্যক্ষ নিয়োগ কৰা হ'ল; পিছে দুৰ্ভাগ্যৰ কথা যে ডেকা ৰাজকুমাৰ মুৰাদকো যুটীয়া সৈন্যাধ্যক্ষৰূপে তেওঁৰ সহযোগী কৰি পঠোৱা হ'ল আৰু ফলত কাজিয়াৰ সূত্ৰপাত হ'ল। লৰাকালত মুৰাদৰ মেধা আৰু আনুগত্যই শিক্ষক মনছেৰেটক মোহিত কৰিছিল; কিন্তু সেই মুৰাদ ইতিমধ্যে সুৰা আৰু অন্যান্য ৰাগিয়াল বস্তুত অত্যাসক্ত হ'ল। এইটো পৰিয়ালগত দোষ। বাবৰে অত্যধিক মদপান কৰি মতলীয়া হৈ পৰিছিল; ফুলেৰে জাতিষ্কাৰ হৈ পৰা পথাৰ এখন দেখা পালে আৰু বেলিমাৰ যাবৰ সময়ত বিতোপন হৈ পৰা আকাশখন দেখা পালেই তেওঁ সেই সুবিধাতে আনন্দ উপভোগ কৰিবলৈ সুৰাপান কৰিছিল। অৱশ্যে তেওঁৰ কঠোৰ মনোবল থকা হেতুকে সময়ত আৱশ্যক হ'লে সুৰাপান সম্পূৰ্ণৰূপে বাদ দিবও পাৰিছিল। হুমায়ুনে কানি খাই নিজৰ শৰীৰ জুৰুলা কৰি পেলাইছিল। আনকি আকবৰো সময়ত কানি-মিশ্ৰিত সুৰাপান কৰি অৱশ হৈ পৰিছিল—অৱশ্যে তেওঁ কেতিয়াও সেই বদ অভ্যাসৰ দাস হৈ পৰা নাছিল। কিন্তু তেওঁৰ তিনিও জন পুতেক মদ্যপ আছিল।

আহমদনগৰৰ অৱৰোধ ভাৰতবুৰঞ্জীৰ এটা বিশিষ্ট ঘটনা; আকবৰৰ আকাঙ্ক্ষাৰ বেদীতে প্ৰথম বলি দুৰ্গাৱতীৰ দৰেই আন এগৰাকী বীৰাঙ্গনা নাৰী চাঁদ বিবীয়ে ৰাজপ্ৰতিনিধি স্বৰূপে আহমদনগৰৰ প্ৰতিৰক্ষাৰ ভাৰ লয়। সেই প্ৰতিৰক্ষা ব্যৱস্থা ইমান সবল আৰু সুদৃঢ় আছিল যে সম্ৰাটৰ মৰ্য্যাদাৰ সম্পূৰ্ণ অনুপযোগী সৰ্ত্ত মানি লবলৈ



মোগলসকল বাধ্য হয়। ১৫৯৬ চনৰ আগভাগতে এই চুক্তি স্বাক্ষৰিত হয়। পিছৰ বছৰত মুৰাদক সৈন্যাধ্যক্ষৰ পদৰ পৰা আঁতৰাই সেই ঠাইত আন এজনক নিয়োগ কৰিলে।

ইতিমধ্যে আকবৰ লাহোৰত আছিল; দ্বিতীয় পুতেকৰ ব্যৰ্থতাৰ বাবে তেওঁ অতিশয় বেজাৰ পালে। কিন্তু তাৰ পাছতে তাতোকৈ বেছি অশান্তি অনুভব কৰিবলৈ ধৰিলে—বৰপুত্ৰ যুৱৰাজ ছেলিমৰ অবাধ্য আচৰণৰ বাবে। অন্যান্য অশান্তিও ঘটিছিল। এটা ভয়ানক আকাল আৰু তাৰ পিছতে প্লেগ ৰোগে তিনি বছৰ জুৰি সমগ্ৰ উত্তৰ ভাৰতত ধ্বংস সাধন কৰিলে। সময়ে সময়ে ঘটি থকা মাৰিমৰক আৰু আকালৰ লগত দেশবাসী ইমান অভ্যস্ত হৈ উঠিছিল আৰু সেইবোৰ এনেকৈ সহ্য কৰিব পৰা হৈছিল, যে দেশীয় বুৰঞ্জী লেখকসকলে কেতিয়াবাহে আকালৰ কথা উল্লেখ কৰা দেখা যায়। মৰাশৰে বাট-পথ বন্ধ হৈ পৰিছিল, মানুহে মানুহ খাবলগীয়া অৱস্থাত পৰিছিলগৈ। সাহায্য-ব্যৱস্থা লোৱা হৈছিল; কিন্তু আকালৰ ব্যাপকতাৰ তুলনাত সেয়ে যথেষ্ট হোৱা নাছিল।

পাদুৰীসকলৰ সিদ্ধান্ত হ'ল এয়ে যে তেওঁলোকৰ উপদেশ সম্ৰাটে সৰ্ব্বান্তঃকৰণে নুশুনাৰ কাৰণেই স্বৰ্গৰপৰা শাস্তিস্বৰূপে এই দুৰ্য্যোগবোৰ দেশখনৰ ওপৰত জাপি দিছিল। আকাল আৰু মাৰি-মৰকত পৰিত্যক্ত শিশুবোৰক খৃষ্টধৰ্ম্মত দীক্ষিত কৰি পাদুৰীসকলে অৱশ্যে কিছু সান্ত্বনা পালে।

তেওঁলোকে তাতোকৈ অধিক সন্তুষ্টিৰে সম্ৰাটৰ আন এটা বিপদৰ কথা লিপিবদ্ধ কৰি গৈছে; সম্ৰাটৰ কাৰ্য্যত অসন্তুষ্ট হৈ ভগবানে খণ্ডত শাস্তি দিবৰ উদ্দেশ্যে এই নতুন বিপদ তেওঁৰ ওপৰত জাপি দিছিল বুলি জেছুইট্‌সকলে ধাৰণা কৰিছিল। ১৫৯৭ চনৰ বৰদিনৰ দিনা লাহোৰত

আকবৰে সূৰ্য্যোৎসৱ পালন কৰোতে হঠাৎ জুই লাগে। ৰাজপ্ৰাসাদৰ বিৰাট অঞ্চল এটা জুইয়ে তেনেই পুৰিলে; ধন-সম্পদ আৰু দামী আহিলা পাতিও পুৰিলে। জুইত গলি যোৱা সোণ আৰু ৰূপৰ প্ৰৱাহে ৰাজপথো তিয়াই পেলাইছিল।

ৰাজপ্ৰাসাদ আকৌ সাজিবলৈ ধৰাত সেই সুযোগতে আকবৰ কাশ্মীৰলৈ গল; লগতে জেৰ'ম জেভিয়াৰ আৰু তেওঁৰ সঙ্গী এজনকো নিলে। পৰ্ব্বতীয়া জলবায়ু, জাতিস্কাৰ হৈ থকা গছগছনি, সেউজীয়া ঘাঁহনি, বাগিছা, নিজৰা আৰু জান-জুৰিয়ে তেওঁলোকক মোহিত কৰিলে।

কিন্তু ইতিমধ্যে দাক্ষিণাত্যৰ অৱস্থা ইমান বেয়া হ'ল যে গ্লানিকৰ পৰাজয়ৰ পৰা হাত সাৰিবলৈ হলে সম্ৰাটৰ উপস্থিতি নিতান্ত প্ৰয়োজনীয় হৈ উঠিল। ১৫৯৯ চনৰ মে মাহত উৎকট মানসিক অসুস্থতাত ভুগি মুৰাদৰ মৃত্যু হয়। আগ্ৰাৰ দায়িত্ব যুৱৰাজ ছেলিমৰ হাতত দি জুলাই মাহত আকবৰ দক্ষিণৰ পিনে ৰাওনা হ'ল। পিছৰ বছৰত তেওঁ বুৰহানপুৰ দখল কৰিলে। চাঁদ বিবীয়ে ইমান দিনে সাহসেৰে আৰু সফলতাৰে ৰক্ষা কৰি কথা আহমদনগৰ দুৰ্গ অধিকাৰ কৰিবলৈ ৰাজপুত্ৰ ডেনিয়েলক আদেশ দিয়া হ'ল। অৱৰুদ্ধ হৈ থকা অৱস্থাতে আভ্যন্তৰীণ কন্দলৰ ফলত বিদ্ৰোহী জনতাই চাঁদ বিবীক হত্যা কৰিলে নাইবা তেওঁক বিহ খাই আত্মহত্যা কৰিবলৈ বাধ্য কৰিলে। ১৬০০ চনৰ আগষ্ট মাহত সেই নগৰী দখল কৰা হয়। তেতিয়ালৈকে ৰাজপুত্ৰ ডেনিয়েলে কাৰ্য্যক্ষেত্ৰত পাৰদৰ্শিতা দেখুওৱা যেন বোধ হৈছিল; আকবৰেও তেওঁকেই পৰাভূত দক্ষিণাত্যৰ ভৱিষ্যত শাসক পাতিবলৈ মনতে স্থিৰ কৰিলে। পিছে মুৰাদেও প্ৰথম অৱস্থাত সমানেই দক্ষতা দেখুৱাইছিল; এতিয়া ডেনিয়েলেও মুৰাদৰ পথকে অনুসৰণ কৰিলে। দাক্ষিণাত্য অৱশ্যে তেতিয়াও জয় কৰা হোৱা নাছিল।



খাণ্ডেছ ৰাজ্যই অছিৰগড় নামৰ অজেয় বৃহৎ দুৰ্গৰ ওপৰতে ভাৰসা কৰি আছিল। আটাইতকৈ শক্তিশালী আৰু অজেয় দুৰ্গ-স্বৰূপে অছিৰ-গড় দুৰ্গ গোটেই ভাৰততে—সম্ভৱতঃ গোটেই পৃথিৱীতে—জনাজাত আছিল। এই দুৰ্গ অধিকাৰ কৰাটো প্ৰয়োজনীয় হৈ উঠিছিল—কিয়নো দাক্ষিণাত্য আৰু উত্তৰ ভাৰত মাজৰ গিৰিপথ আৰু প্ৰধান পথটো এই দুৰ্গৰ নিয়ন্ত্ৰণৰ অধীনত আছিল। কিন্তু তাকে কৰা যায় কেনেকৈ? প্ৰাকৃতিক অৱস্থানৰ ফালৰ পৰা চালে অছিৰগড় দুৰ্ভেদ্য আৰু শক্তিসম্পন্ন আছিল। ভৈয়ামৰপৰা ৯০০ ফুট ওখত বিৰাট শিলেৰে পৰিবেষ্টিত হৈ থকা এই দুৰ্গটোৰ কেওপিনে তিনিতৰপীয়াকৈ প্ৰতিৰক্ষা বেহু ৰচিত হৈছিল। শিখৰৰ মালভূমিয়ে ৬০ একৰ ঠাই আগুৰি আছিল—কুঁৱা আৰু পুখুৰীৰপৰা অনবৰত পানীৰ যোগান ধৰাৰ ব্যৱস্থা তাত আছিল। সৈন্য বাহিনীক দহ বছৰলৈ যোগান ধৰিব পৰাকৈ ৰচদপাতি মজুত আছিল; অৱশ্যে আবুল্ ফজ্‌লৰ মতে চূড়ান্তভাৱে পৰাজয় স্বীকাৰ কৰাৰ সময়ত ২৫ হেজাৰ সৈন্য দুৰ্গৰ পৰা ওলাই যায় আৰু অৱৰুদ্ধ হৈ থকা অৱস্থাত ২৫ হেজাৰ সৈন্যৰ মহামাৰীত মৃত্যু হয়। এইবোৰ নিশ্চয় অতিৰঞ্জিত হিচাপ। দুফালৰ বাহিৰে বাকী কেইফালে অছিৰগড়ক ওখ শিলাময় পাহাৰে আবৰি ৰাখিছিল। খাৰৈ খান্দি বিস্ফোৰক পদাৰ্থ প্ৰয়োগ কৰি চিতোৰ আক্ৰমণৰ ক্ষেত্ৰত যি পদ্ধতিৰে আগবাঢ়িছিল, সেই পদ্ধতি ইয়াত নেখাটে। ইপিনে মোগল গোলন্দাজ বাহিনী শক্তিশালী নহয়; কিন্তু প্ৰতিৰোধকাৰীসকলৰ তেৰশ বন্দুকৰ কাৰণে অপ্ৰাৰিত খাৰ-বাৰুদ জমা হৈ আছিল। তাৰ বাহিৰেও গোলন্দাজ বাহিনীৰ বিষয়া ৰূপে আছিল পৰ্ত্তুগীজ লোক।

আবুল ফজলৰ অধিনায়কত্বত এপ্ৰিল মাহত অৱৰোধ আৰম্ভ হয় ; কিন্তু অচিৰে এই কথা স্পষ্টভাৱে বুজা গল যে পোনপটীয়া আক্ৰমণে একো ফল নিদিয়ে। অছিৰগড়ত এটা আচৰিত প্ৰথা প্ৰচলিত আছিল। আৱশ্যক হলে ইজনৰ পাছত সিজন ৰজা হব পৰাকৈ ৰাজ পৰিয়ালৰ সাতজন কোঁৱৰে তাত সদায় বাস কৰিব লাগে। তেতিয়া ৰজা আছিল বাহাদুৰ। সৈন্যবাহিনীৰ সৈন্যাধ্যক্ষ আছিল এজন আবিছিনিয়া লোক ; তেওঁ বুঢ়া হৈছিল আৰু চকুৰেও নেদেখে ; কিন্তু তেওঁ সাহসী আৰু দৃঢ় মনৰ আছিল। মে মাহত বাহাদুৰে অৱৰোধকাৰী দলৰ প্ৰতি কেতবোৰ সৰ্ত্ত আগবঢ়ালে ; কিন্তু গ্ৰহণযোগ্য নোহোৱাত প্ৰত্যাখ্যান কৰা হ'ল।

অছিৰগড় দখল কৰাৰ বিৱৰণী ভালকৈ পোৱা নেযায়। এই ঘটনাৱলী লিপিবদ্ধ কৰিছে অৱৰোধৰ নেতৃত্ব কৰা আবুল ফজলে আৰু জেছুইট্সকলৰ বিৱৰণীৰ ওপৰত ভিত্তি কৰি ফৰাছী লেখক ডু-জেৰিকেও এই বিষয়ে লিখিছিল। এই অৱৰোধৰ সময়ত জেৰ'ম জেভিয়াৰ উপস্থিত আছিল ; সেইদেখি তেওঁৰ টোকাকে ব্যৱহাৰ কৰা হৈছিল বুলি স্বাভাৱিকতে ভাবিব পাৰি। পিছে দুয়োটা বিৱৰণীৰ মাজত মিল নাই। ভিনচেণ্ট স্মিথে ডু-জেৰিকৰ বিৱৰণীকে সত্য বুলি কৈছে ; কিন্তু ডু-জেৰিকৰ কিতাপৰ ইংৰাজ সম্পাদক মিঃ পেইনে দেখুৱাই দিছে যে আবুল ফজল আৰু এই দেশীয় অন্যান্য বুৰঞ্জী লেখকে মিছা কথা লিখা বুলি ভিনচেণ্ট স্মিথে যি মন্তব্য দি গৈছে সি ভিত্তিহীন। হেজাৰ হেজাৰ দুৰ্গৰক্ষাকাৰী সৈন্যক মৃত্যুৰ মুখত পেলোৱা মহামাৰী এটা সঁচাকৈয়ে হৈছিল নে ? ডু-জেৰিকে সেই বিষয়ে উল্লেখেই কৰা নাই ; কিন্তু সেইটো অৰ্থাৎ মহামাৰী সম্পূৰ্ণ সজা কথা এটা হব নোৱাৰে। এই দুৰ্যোগৰ বাবেই, নাইবা নবেম্বৰ মাহত ঘাঁই প্ৰতিৰক্ষা ব্যৱস্থা নিয়ন্ত্ৰণ



কৰা দুৰ্গ এটা শত্ৰুৰ হস্তগত হোৱাৰ কাৰণে বা এই দুয়োটা কাৰণেই বাহাদুৰৰ মনত নিৰাশাৰ ভাবে দেখা দিয়ে। তেওঁ আবুল ফজলৰ ওচৰলৈ কটকী পঠায়। আবুল ফজলে সেই কটকীক আকবৰৰ ওচৰলৈ নিয়ে। পুনৰ আলোচনা চলাবৰ বাবে মোগল শিবিৰলৈ আহিল— আবিছিনিয়ান শাসনকৰ্ত্তা জনৰ পুতেক মুকাৰব খাঁ নামৰ ডেকা এজন। তেওঁ প্ৰস্তাৱ কৰিলেহি যদি দুৰ্গ আৰু ৰাজ্য ঘূৰাই দিয়ে আৰু বন্দীসকলক মোকলাই দিয়ে, তেন্তে বাহাদুৰে বশ মানিব। এই সৰ্ত্ত মানি লোৱা হ'ল। বাহাদুৰে জনালে যে আজিজ্ কোকাই তেওঁক হাতত ধৰি সম্ৰাটৰ ওচৰলৈ লৈ যাব। বাহাদুৰে আহি মূৰ দোঁৱালে। আকবৰৰ হাতত পৰাৰ পিছত তেওঁক আৰু দুনাই উলটি যাবলৈ দিয়া নহল।

কিন্তু দুৰ্গ তেতিয়াও সম্পূৰ্ণভাৱে হস্তগত হোৱা নাছিল আৰু বৃদ্ধ আবিছিনিয়ান শাসনকৰ্ত্তাজনে আত্ম-সমৰ্পণ কৰাৰ একো ভাব গতি নেদেখুৱালে। ইপিনে আকবৰ অধৈৰ্য্য হ'ল। যুৱৰাজ ছেলিমে আগ্ৰাত অশান্তি সৃষ্টি কৰা বুলি বাতৰি পোৱা হ'ল ; উত্তৰ ভাৰতত তেওঁৰ উপস্থিতি অত্যাৱশ্যকীয় হৈ পৰিল। পৰ্ত্তুগীজৰ পৰা গোলা বাৰুদ পোৱাৰ সম্ভাৱনা সম্পৰ্কে তেওঁ জেছুইটসকলৰ আগত উলিয়ালে ; কিন্তু তেওঁক সহায় কৰিবলৈ তেওঁলোকে অস্বীকাৰ কৰিলে। কামানৰ প্ৰয়োজন হোৱা গতিকে তেওঁ উৎকোচ দিয়াৰ কৌশল অৱলম্বন কৰিবলৈ বাধ্য হ'ল। লোভনীয় উৎকোচদানৰ পৰা ফল পোৱা গ'ল ; ভেটী দি প্ৰতিৰক্ষাকাৰী পক্ষৰ সৰহ ভাগকে নিজৰ ফলীয়া কৰি লোৱা হ'ল। বুথাই বৃদ্ধ আবিছিনিয়ান জনে সকলো ৰাজকোঁৱৰক গোটাই লৈ সুধিলে—"তেওঁলোকৰ ভিতৰত কোনে সিংহাসন গ্ৰহণ কৰি পিতৃপুৰুষৰ সম্মান ৰক্ষা কৰিব ?" কোনেও তাৰ

উত্তৰ নিদিলে। বৃদ্ধই উত্তেজিত হৈ কলে—"ভগৱানে তোমালোকক তিৰোতাৰূপে জন্ম দিব লাগিছিল!" তেনেতে আকবৰৰ সমাচাৰ এটা লৈ শিবিৰৰ পৰা আহি মুকাবৰ উপস্থিত হ'ল। বাপেকে তেওঁৰ পিনে চাই কলে—"ভগৱানে যেন মোক তোমাৰ মুখ দৰ্শন নকৰায়। বাহাদুৰৰ ওচৰলৈ যোৱাঁ আৰু তেওঁকেই অনুসৰণ কৰাঁ।" লজ্জিত হৈ ডেকাজন আকবৰৰ শিবিৰলৈ উলটি আহিল আৰু আবুল ফজ্‌ল আৰু মুখিয়াল মোগলসকলৰ সমুখত নিজৰ পেটত ছুৰী বহুৱাই আত্মহত্যা কৰিলে। তেওঁৰ বৃদ্ধ পিতৃয়ে দেখিলে যে আৰু একো আশা নাই; তেওঁ গা ধুই ললে; শ-ঢাকনি কাপোৰ অনালে; ভিক্ষা দান কৰিলে আৰু তাৰ পিছত বিহ পান কৰিলে। দুৰ্গ ৰক্ষাকাৰীসকলে ধন-সোণ পাই দুৰ্গৰ দুৱাৰ মোকোলাই দিবলৈ থিৰাং কৰিলে; পিছে নিজৰ অসম্মান ঢাকিবৰ মনেৰে তেওঁলোকে পোনতে দাবী কৰিলে যে তেওঁলোকৰ এই ব্যৱস্থাৰ প্ৰতি অনুমোদন জনাই বাহাদুৰে তেওঁলোকলৈ এখন চিঠি দিব লাগে। সেই কথাত সম্মতি জনাবলৈ বাহাদুৰক বাধ্য কৰা হ'ল। ১৬০১ চনৰ আৰম্ভণিতে এই দুৰ্জ্জেয় দুৰ্গৰ চাবি-কাঠী সমৰ্পণ কৰা হ'ল।

দুৰ্গৰ সৈন্যসকলৰ জীৱন ৰক্ষা পৰিল। দুৰ্গৰ গোলণ্ডাজ বাহিনীত থকা পৰ্ত্তুগীজ বিষয়াসকলে মুছলমান ধৰ্ম্ম গ্ৰহণ কৰা বুলি স্বীকাৰ কৰাত আকবৰ ক্ৰোধত জ্বলি উঠিছিল বুলি লিখাটো আমোদজনক কথা। তেওঁলোকক আকবৰে ধৰ্ম্মভ্ৰষ্ট লোক বুলি গৰিহণা দিলে। ফাডাৰ জেভিয়াৰে তেওঁলোকৰ হৈ ওকালতি কৰিলে আৰু অলপ দিনৰ মূৰতে তেওঁলোকক পুনৰ খৃষ্টান ধৰ্ম্মত দীক্ষিত কৰিবলৈ সমৰ্থ হ'ল।

অছিৰগড় দখল কৰা হ'ল; কিন্তু এই দুৰ্গ দখল কৰিবৰ বাবে লোৱা সন্দেহজনক পন্থাই আকবৰৰ গৌৰৱ বৃদ্ধি কৰিব নোৱাৰিলে। দাক্ষিণাত্যক তলতীয়া কৰিবৰ বাবে হাতত লোৱা বিৰাট আঁচনি ব্যৰ্থ হোৱা বুলি প্ৰমাণিত হ'ল; আকবৰৰ বিজয় অভিযানৰ আয়ুস ইমানতে অন্ত পৰিল।

## ১৫

দাক্ষিণাত্যই আকবৰৰ শেষ আশা অপূর্ণ ৰাখিলে , কিন্তু তাতোকৈ কঠিন আঘাত পালে তেওঁৰ জীৱনৰ শেষৰ দহবছৰৰ ভিতৰত ; এই আঘাত বৰ নিৰ্ম্মম আছিল ।

ভৰ ডেকা বয়সৰ সকলো বিজয় অভিযান সময়ে সময়ে তেওঁৰ অসাৰ যেন বোধ হৈছিল, কাৰণ তেওঁৰ পুত্ৰসন্তান বা উত্তৰাধিকাৰী নাছিল। আন্তৰিকতাৰে তেওঁ ঈশ্বৰক প্ৰাৰ্থনা জনাইছিল—পুত্ৰসন্তান পাবৰ কাৰণে। পুত্ৰ হব বুলি ফকীৰে ভৱিষ্যত-বাণী কৰাত সন্তোষ লাভ কৰিছিল আৰু সেই ভৱিষ্যত-বাণী সত্য হোৱাত তেওঁ আনন্দত উত্ৰাৱল হৈ পৰিছিল। প্ৰথম সন্তান ছেলিমক তেওঁ বৰ ভাল পাইছিল। কিন্তু এই প্ৰিয় সন্তানেই তেওঁক জীৱনৰ আটাইত কৈ নিৰ্ম্মম আঘাত দিলে।

যুৱৰাজ ছেলিমে তেওঁৰ পিতৃৰ আয়ুস বৰ দীঘলীয়া হোৱা যেন পালে। তেওঁ নিজে সিংহাসনত উঠিবলৈ নেপাবই নে কি ? তেওঁ ক্ৰমে অধিক গোৱাঁৰ আৰু অধৈৰ্য্য হৈ পৰিল। পুতেকহঁতৰ বিদ্ৰোহী মনোভাৱৰ কথা আকবৰে ভালকৈ গম ধৰিব পাৰিছিল। আনকি ছেলিমে তেওঁক বিহ খুৱাবৰ বাবে ষড়যন্ত্ৰ কৰা বুলিও তেওঁ সন্দেহ কৰিছিল। তথাপি ছেলিম তেওঁৰ প্ৰিয় আছিল আৰু ছেলিমৰ অবিহনে তেওঁৰ উত্তৰাধিকাৰী হব পৰা আন কোনো নাই। মনছেৰেটৰ বাধ্য আৰু মেধাসম্পন্ন ছাত্ৰ মুৰাদে লৰা কালতে যুদ্ধক্ষেত্ৰত সাহসৰ পৰিচয় দিব পাৰিছিল যদিও শেষত তেওঁ ঘোৰ মদপী হৈ মৃত্যুৰ মুখত পৰিল। নুমলীয়া পুতেক ডেনিয়েলক অধিকৃত দাক্ষিণাত্যৰ শাসনকৰ্ত্তা পাতিব বুলি আকবৰে মনতে পাঙিছিল ; কিন্তু সকলো



বাধা নেওচি ডেনিয়েলেও একে পথকে অনুসৰণ কৰিলে। চোকা মদৰ কাৰণে তেওঁ উদ্বাউল হৈ পৰে। আন কোনো উপায়েৰে মদ আনিব নোৱাৰিলে তেওঁ বন্দুকৰ নলীত ভৰাই চোৰাং ভাৱে মদ অনায়। অচিৰে তেওঁ বাতুলতাত ভুগি নিজৰ সৰ্ব্বনাশ সাধিলে। ছেলিমৰো একে কু অভ্যাসেই আছিল ; অৱশ্যে তাকে তেওঁ অধিক পৰিমাণে নিয়ন্ত্ৰণাধীন কৰি ৰাখিব পাৰছিল। শাস্তি-বিধান কৰিবৰ বেলিকা তেওঁ অতিশয় উগ্ৰ আছিল। কিন্তু মন গলে উদাৰতাও দেখুৱাব পাৰিছিল। তেওঁৰ সামৰ্থ্যৰ অভাৱ নাছিল ; নিজে গভীৰ স্নেহ অনুভৱ কৰিব পৰা আৰু আনৰো তেনে স্নেহ জগাই তুলিব পৰা সামৰ্থ্যও তেওঁৰ আছিল। ১৬০০ চনত তেওঁৰ বয়স ৩১ বছৰ হৈছিল।

আকবৰ দক্ষিণ ভাৰতত থাকোতেই ছেলিমে তেওঁৰ স্বতন্ত্ৰতা প্ৰকাশ কৰিবলৈ থিৰাং কৰিলে। অপাৰ সম্পদেৰে ভৰপূৰ আগ্ৰা চহৰ দখল কৰিলে কেনে হয় ? এই চিন্তাই তেওঁৰ মনত ব্যাকুল কৰি তুলিলে ; কিন্তু তাৰ জোখাৰে সাহস নহল। তেওঁ এলাহাবাদলৈ আগবাঢ়ি গল। তেওঁৰ বুঢ়ীমাকে আগ্ৰাৰ পৰা তেওঁক লগ ধৰিবলৈ তালৈকে যাত্ৰা কৰিলে। বুঢ়ীমাকে তেওঁক বৰ মৰম কৰিছিল ; তেওঁ ছেলিমৰ উদ্দেশ্য বুজি এই কামৰ পৰা বিৰত কৰিবলৈ আন্তৰিকতাৰে আশা কৰি আহিছিল। কিন্তু ছেলিমে বুঢ়ীমাকক লগ নধৰাত তেওঁ বৰ বেজাৰ পালে আৰু খঙো উঠিল। এলাহাবাদত উপস্থিত হৈ ছেলিমে সাৰ্ব্বভৌম ক্ষমতা গ্ৰহণ কৰিলে আৰু প্ৰদেশসমূহ দখল কৰি তেওঁৰ অনুগামী সকলৰ মাজত ভগাই দিলে।

দক্ষিণৰ পৰা উলটি আহি আকবৰে গম পালে যে ৩০ হেজাৰ অশ্বাৰোহী লৈ তেওঁৰ পুতেক আগ্ৰালৈ অগ্ৰসৰ হৈছে। পুতেকক অগ্ৰসৰ হোৱাত বাধা দিবলৈ তেওঁ জৰুৰী সম্বাদ পঠাই তেওঁক বঙ্গ

আৰু উৰিষ্যাৰ শাসনকৰ্ত্তাৰূপে নিয়োগ কৰিলে। ছেলিম এলাহাবাদলৈ উলটি গল ; কিন্তু নিজৰ দাবী লবচৰ নকৰিলে। ৰজাই ৰজাৰ লগত যিদৰে কথাবাৰ্ত্তা চলায় তেওঁ সেই দৰেই বাপেকৰ সৈতে কথা-বাৰ্ত্তা চলালে। তেওঁ বিৰাট আৰু অপমানসূচক দাবী কিছুমান দাঙি ধৰিলে। আনকি তেওঁ নিজৰ নামত মোহৰ মৰালে, আৰু বাপেকৰ খং চৰাবৰ মনেৰে নমুনা স্বৰূপে কেতবোৰ মোহৰ আকবৰলৈ পঠালে।

দাক্ষিণাত্যত সৰ্ব্বাধিনায়করূপে থকা আবুল্ ফজ্লে ১৬০২ চনৰ মাজভাগ মানত যুৱৰাজৰ বিদ্ৰোহ সম্পৰ্কে জনোৱা সমাচাৰ এটা সম্ৰাটৰ পৰা পালে। আবুল ফজলে উত্তৰত জনালে যে বিদ্ৰোহীপক্ষ পলাবলৈ বাধ্য হব বুলি তেওঁৰ দৃঢ় বিশ্বাস। ইয়াৰ পাছতে তেওঁ আগ্ৰালৈ বাওণা হ'ল। বাটতে অতৰ্কিতে আক্ৰান্ত হব পাৰে বুলি তেওঁক সতৰ্ক কৰি দিয়া সত্ত্বেও তেওঁ সৰু বাহিনী এটাহে লগত নিয়াৰ পক্ষে জোৰ দিলে। পিছত বাটতে এজন ফকীৰে বিশ্বাসঘাতকতাৰ বিৰুদ্ধে তেওঁক সতৰ্ক থাকিবলৈ অনুৰোধ কৰিলে, কিন্তু তেওঁ সেই কথালৈকো কাণ নকৰিলে ; আনকি শৰীৰ ৰক্ষক এজন ৰাখিবলৈকো অস্বীকাৰ কৰিলে। আগষ্ট মাহতে এদিন ৰাতিপুৱা সেই সৰু দলটো যাত্ৰাৰ বাবে সাজু হওঁতে হঠাৎ পাঁচশ সশস্ত্ৰ অশ্বাৰোহী সৈন্য উপস্থিত হল আৰু বাটভেটা দি ধৰিলে। তেওঁলোকে আবুল ফজলক বাট দেখুৱাই নিয়া সৈন্যদলক ঘেৰি ধৰি অলপ সময় যুজবাগৰ কৰাৰ পাছত পৰাভূত কৰিলে। যাঠীৰ খোচত আবুল ফজল নিহত হ'ল ; তেওঁৰ মূৰটো কাটি পেলোৱা হ'ল।

এই হত্যাকাণ্ডৰ নেতৃত্ব কৰিছিল বীৰ সিঙে ; তেওঁ আবুল ফজলৰ কটা মূৰটো যুৱৰাজ ছেলিমলৈ পঠাই দিলে। পিতৃৰ প্ৰিয়বন্ধুৰ কটা মূৰ দেখি তেওঁ উৎফুল্ল হৈ উঠিল। এই হত্যাকাণ্ডৰ পৰিকল্পনা কৰিছিল



ছেলিমে নিজেই আৰু বীৰ সিঙক ধন দি এই কামৰ ভাৰ দিছিল। বাপেকৰ ওপৰত আবুল ফজল্ৰ যি প্ৰভাৱ আছিল, সেই বিষয়ে তেওঁ শঙ্কাৰ ভাব পোষণ কৰিছিল। আবুল ফজ্ল যে তেওঁৰ বিৰোধী আছিল, সেই কথা তেওঁ জানে ; সেই দেখি তেওঁ আহি যাতে ৰাজধানীত উপস্থিত হব নোৱাৰে সেই বিষয়ে ছেলিম বদ্ধপৰিকৰ হৈছিল। তেওঁ সম্ৰাট হোৱাৰ পাছত এই কাৰ্য্য যুক্তিসঙ্গত বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল। মন্ত্ৰীৰ প্ৰত্যাৱৰ্ত্তনৰ বাট বীৰ সিঙৰ ৰাজ্যৰ ভিতৰত পৰা হেতুকে যি সুবিধা হ'ল, সেই সুবিধা "ভগৱানৰ কৃপাত" লাভ কৰিবলৈ পাই নিজকে ভাগ্যবান বুলি ভাবিলে।

প্ৰিয় বন্ধু আৰু সাম্ৰাজ্য শাসন কৰা ক্ষেত্ৰত সোঁহাত স্বৰূপ আবুল ফজলক হেৰুৱাব লগীয়া হোৱাত আকবৰ অতিশয় মৰ্ম্মাহত হ'ল। জেছুইটসকলে আবুল ফজলক "সম্ৰাটৰ জনাথন" ৰূপে অভিহিত কৰিছিল। কিন্তু তাতোকৈ বেজাৰপালে—তেওঁৰ নিজৰ পুতেকে নিয়োগ কৰা ভেৰোণীয়া সৈন্যই তেওঁৰ প্ৰিয় বন্ধুক নিৰ্ম্মম ভাৱে হত্যা কৰাত। সম্ৰাটৰ ক্ৰোধে বেজাৰ তল পেলালে। প্ৰচলিত পদ্ধতি বৰ্জ্জন কৰি তেওঁ তিনি দিন ধৰি কাকো দেখা নকৰাকৈ নিজক আবদ্ধ কৰি ৰাখিলে। বীৰ সিঙক বিচাৰি উলিয়াই য'তে পাই তাতে হত্যা কৰিবলৈ তেওঁ নিৰ্দ্দেশ দিলে। কিন্তু তেওঁক ধৰিব নোৱাৰিলে। বীৰ সিঙৰ পিছ লোৱা মানুহ যথেষ্ট কাষ চাপি গৈছিল আৰু তেওঁক আঘাতো কৰিছিল ; কিন্তু ধৰা নপৰাকৈ তেওঁ গোৱালিয়ৰলৈ পলাই গ'ল। আকবৰ মাত্ৰ খঙতে গুজৰি গুমৰি থাকিল।

এইছোৱা সময় বৰ অশান্তিকৰ আছিল। সম্ৰাটৰ মনত বেজাৰ আৰু তিক্ততাই জুমুৰি দি ধৰিছিল। সময়ত তেওঁ বিদ্ৰোহী পুতেকৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰি মৰিমূৰ কৰিবলৈ মন মেলিছিল ; কিন্তু তাৰ

পিছতে মুকলিভাৱে গৃহ যুদ্ধ কৰিবলৈ উদ্যত হোৱাৰ পৰা কোঁচ খাই গৈছিল। এই বুলি উৰা বাতৰি ওলাইছিল যে ছেলিমৰ ঠাইত ছেলিমৰ পুতেক খুছ্‌ৰুক্ উত্তৰাধিকাৰী পাতিবলৈ আকবৰে মন কৰিছিল। বহুতো প্ৰভাৱশালী লোকে এই কথাত সমৰ্থন জনাইছিল। তাৰ ভিতৰত ছেলিমৰ জেঠেৰীয়েক ৰজা মান সিঙৰ নাম উল্লেখযোগ্য। খুছ্‌ৰু "অতি কমনীয় ভদ্ৰলোক" আৰু বৰ জনপ্ৰিয় লোক আছিল বুলি ইংৰাজ ব্যক্তি টেৰীয়ে অভিহিত কৰিছিল। বাপেকৰ উৎকট নিৰ্ম্মমতা আৰু উগ্ৰ খঙৰ তুলনাত ডেকা খুছ্‌ৰুৰ গুণৰাশি সমুজ্জ্বল হৈ পৰিছিল।

শেষত এটা আপোচ হ'লগৈ। আকবৰ ৰাজপাটত বহিবৰ সময়ত তেওঁৰ অভিভাৱকস্বৰূপে থকা বাইৰাম খাঁৰ বিধৱা পত্নী ছালিমা বেগমক সম্ৰাটে ডেকা বয়সত বিয়া কৰাইছিল; ছালিমা বেগমে এলাহাবাদলৈ গৈ আত্মসমৰ্পণ কৰিবৰ বাবে ছেলিমক নানান প্ৰকাৰে বুজনি দিলে। ১৬০৩ চনৰ বসন্তকালত ছেলিম আগ্ৰালৈ আহিবলৈ সন্মত হ'ল। লগত আহিল ছেলিমা। আকবৰৰ প্ৰায় আশী বছৰীয়া মাকক ছেলিমাই বুজাই-বঢ়াই যুৱৰাজক তেওঁৰ ঘৰত স্থান দিবৰ বাবে সহজে মান্তি কৰালে। আকবৰৰ মাকে এদিনৰ বাট আগুৱাই গৈ ছেলিমক লগ ধৰিলে। তেওঁৰ মধ্যস্থতাতে মূৰকত বাপেক-পুতেকৰ মাজত সাক্ষাৎ হ'ল! ছেলিমে বাপেকক বহুতো সোণৰ মোহৰ আৰু ৭৭০টা হাতী দিলে। আকবৰ অভিভূত হৈ পৰিল; হাতীৰ কাৰণে তেওঁৰ হেঁপাহ এটা আছিল। আকবৰে নিজক সংযত ৰাখি আনুষ্ঠানিক নম্ৰতা প্ৰদৰ্শন কৰিলে; আনকি নিজৰ পাগুৰিটো খুলি ছেলিমৰ মূৰত পিন্ধাই দিলে। এই কথাত খুছ্‌ৰুৰ সমৰ্থকসকল বিব্ৰত হ'ল; কিয়নো এই কাৰ্য্য সম্ৰাটে তেওঁৰ উত্তৰাধিকাৰী সম্পৰ্কে স্বীকৃতি দিয়াৰ প্ৰতীকস্বৰূপ।



কিন্তু সেয়া আছিল—দুটা বিৰূপ মনোভাৱৰ মাজত হোৱা অন্তঃসাৰশূন্য আপোচ। তেওঁলোকৰ মাজত আবুল ফজ্‌লৰ তেজে ব্যৱধান ৰচনা কৰিছিল। ৰাজপুতনাত সামৰিক অভিযান চলোৱাৰ দায়িত্ব পুতেকে গ্ৰহণ কৰাটোকে আকবৰে ইচ্ছা কৰিছিল। ছেলিমৰ তেনে অভিপ্ৰায় নাছিল; তেওঁ দিনক দিনে অধিক পৰিমাণে মানুহ আৰু ধন বিচাৰিবলৈ ধৰিলে, গতিকে আকবৰৰ ইচ্ছা ছেলিমে পূৰণ নকৰিলে। ছেলিম তেতিয়া ফতেপুৰ শিক্ৰিত আছিল; আলোচনা ব্যৰ্থ হোৱাৰ মূৰত ছেলিমে এলাহাবাদলৈ উলটি যাবৰ বাবে অনুমতি বিচাৰিলে। ১৬০৩ চনৰ নবেম্বৰ মাহত তেওঁ তালৈ উলটি গৈ আকৌ ৰজাৰ দৰে থাকিবলৈ ধৰিলে আৰু পৃথক ৰাজসভা পাতিলে। তেতিয়া তেওঁ খৃষ্টিয়ান ধৰ্ম্মৰ প্ৰতি বিশেষ আগ্ৰহ দেখুৱাবলৈ ললে আৰু জেছুইট্‌সকলৰ প্ৰতি অত্যধিক মনোযোগ প্ৰদৰ্শন কৰিলে। তেওঁৰ এই মনোভাৱ দেখি জেছুইট্‌সকলে ভাবিলে তেওঁ ধৰ্ম্মান্তৰ গ্ৰহণ কৰাটো সুনিশ্চিত। তেওঁলোকৰ গীৰ্জ্জাৰ বাবে ছেলিমে যিশুৰ শিশুকালৰ ৰূপৰ মূৰ্ত্তি এটা উপহাৰ স্বৰূপে দিলে। তেওঁৰ অন্তৰৰ কথা কোনে ক'ব পাৰে? কিন্তু বাহ্যিক আচৰণৰদ্বাৰা ছেলিমে ইয়াকে প্ৰদৰ্শন কৰিলে যে তেওঁ "সম্ৰাটতকৈ বহুত বেছি পৰিমাণে পাদ্ৰীসকলৰ প্ৰতি আৰু খৃষ্টিয়ান ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধাৰ" ভাব ৰাখিছিল। তেওঁৰ গোপন উদ্দেশ্য যিয়েই নহওক, এইটো ঠিক যে ছেলিমে জেছুইট্‌সকল আৰু তেওঁলোকৰ প্ৰভাৱ তেওঁৰ অনুকূলে থকাটোকে বিচাৰিছিল।

এবাৰ পাদ্ৰী জেভিয়াৰে দেখিবলৈ পালে যে ম'ৰা চৰাইৰ ফানৰপৰা বিহৰ প্ৰতিষেধক ঔষধ বিচাৰি উলিওৱা কামত যুৱৰাজ ব্যস্ত হৈ আছে। কেওপিনে বিহৰ বিভীষিকা। আকবৰে ছেলিমক সন্দেহ কৰে আৰু ছেলিমে সন্দেহ কৰে—তেওঁৰ নিজৰ পুতেক খুছ্‌ৰুৰ

অনুগামী দলক। গৌৰৱোজ্জ্বল মোগল ফৈদৰ মাজত সোমোৱা এনে অশুভ অবিশ্বাসৰ ব্যাধি বহুতদিনীয়া। পুতেকে বাপেকৰ বিৰুদ্ধে, ভায়েকে ককায়েকৰ বিৰুদ্ধে থিয় দিয়ে; এই শোকাৱহ ঘটনাৱলীয়ে শীৰ্ষবিন্দু লাভ কৰিলে বৃদ্ধ শ্বাহজাহানৰ দিনত—পুতেক আওৰঙ্গজেবে তেওঁক বন্দী কৰি থ'লে আৰু ৰাজপাটত উঠিবৰ কাৰণে নিজৰ ভ্ৰাতৃৰ জীৱন নাশ কৰিলে।

সন্দেহৰ এনে পৰিবেশৰ মাজত পাৰস্পৰিক বিৰোধ বাঢ়িবলৈ ধৰিলে। আকবৰ চিন্তাক্লিষ্ট আৰু তিক্ত হৈ উঠিল; ছেলিমৰ দাবীৰ মাত্ৰাৰ লগতে ক্ৰোধৰ মাত্ৰাও বাঢ়ি যোৱা বুলি তেওঁ শুনিবলৈ পালে। জেছুইট্‌সকলৰ মতে পুতেকে ৰজাৰ উপাধি গ্ৰহণ কৰাটো অপমানৰ চূড়ান্ত বুলি গণ্য কৰি আকবৰ পুতেকৰ বিৰুদ্ধে ব্যৱস্থা লবলৈ আগ বাঢ়িল। তেওঁৰ আগত উপস্থিত হবলৈ তেওঁ ছেলিমক নিৰ্দ্দেশ দিলে; কিন্তু ছেলিমে বাপেকৰ শক্তিৰ হাতত ধৰা দিবলৈ সাহ নকৰিলে; ইপিনে আকৌ উৱা বাতৰি ওলোৱা মতে তেওঁৰ ঠাইত খুছৰু ৰাজপদত অধিষ্ঠিত হোৱাৰ আশঙ্কাও বাঢ়ি যাবলৈ ধৰিলে। সেইদেখি তেওঁ বাপেকৰ আদেশ গ্ৰাহ্য নকৰিলে। অতিষ্ঠ হৈ আকবৰে অৱশেষত সৈন্যবাহিনী লৈ গৈ পুতেকক আত্মসমৰ্পণ কৰাবৰ বাবে সঙ্কল্প ললে। ছেলিমেও তেওঁৰ অনুগত লোকসকলৰ সমাবেশ ঘটালে আৰু সম-পৰিমাণ বাহিনী এটা গঠন কৰিলে। গৃহযুদ্ধ হোৱাৰ উপক্ৰম হ'ল।

আকৌ সম্ৰাটৰ মাকে মধ্যস্থতা কৰিলে। সুদীৰ্ঘ কালৰ আগতে সিন্ধুৰ মৰুভূমিত পলাতক অৱস্থাত থকা হুমায়ুনৰ লগত ইচ্ছা আৰু অনিচ্ছাৰ দোমোজাত পৰি বিয়া সোমোৱা ১৪ বছৰীয়া ক্ষীণাঙ্গী হামিদা আকবৰৰ ভাগ্যৰ সমভাগী আছিল; বিপদৰ আৱেষ্টনীৰ মাজত



ডাঙৰ হোৱা উদ্যোগী লৰাটিয়েই গৈ অতি শক্তিশালী মহিমামণ্ডিত সম্ৰাটত পৰিণত হল। কিন্তু এতিয়া তেওঁৰ অন্তৰ জুৰি থৈছিল নাতিয়েকে; নাতিয়েকক তেওঁ বৰ ভাল পাইছিল। শ শ যুদ্ধ-বিজেতাৰ সমুখত তিষ্ঠিবপৰা শক্তি যে ছেলিমৰ নাই সেই কথা তেওঁ আগতেই বুজিছিল। তেওঁ আকবৰক কঠোৰ নহবলৈ আৰু পুতেকৰ বিৰুদ্ধে অভিযান নচলাবলৈ খাটনি জুৰিলে। কিন্তু আকবৰৰ অন্তৰ কঠিন; তেওঁ একো কথাকে নুশুনে। বুঢ়ী আৰু দুৰ্ব্বল মাক শোকাকুল হৈ গুৰুতৰভাৱে অসুস্থ হৈ পৰিল। সম্ৰাটে ইতিমধ্যে যাত্ৰা আৰম্ভ কৰিছিল; অসুখৰ সংবাদ তেওঁক দিয়া হ'ল। পোনতে আকবৰে এইটো ভাও ধৰা অসুখ বুলি ভাবিছিল; কিন্তু প্ৰকৃততে অসুখ হোৱা বুলি যেতিয়া সন্দেহৰ অৱকাশ নথকাকৈ জানিব পাৰিলে, তেতিয়া অনুশোচনা কৰি আকবৰ আগ্ৰালৈ উলটিল। তেওঁ উপস্থিত হবৰ সময়ত মাকৰ অৱস্থা আৰু বেয়ালৈ ঢাল ললে; কেইদিন মানৰ মূৰতে তেওঁৰ মৃত্যু হয়। মৃতদেহ হুমায়ুনৰ কাষতে সমাধিস্থ কৰিবৰ বাবে দিল্লীলৈ পঠোৱা হ'ল।

মাকৰ মৃত্যুত আকবৰে হিন্দুৰ আচাৰ অনুসৰি মূৰৰ চুলি খুৰাই পেলালে। এই অশুভ বছৰটোত (১৬০৪) আকবৰ এয়ে একমাত্ৰ আত্মীয় বিয়োগ নাছিল; তেওঁৰ নুমলীয়া পুতেক ডেনিয়েলৰো সেই বছৰৰ বসন্তকালত শোচনীয় অৱস্থাত মৃত্যু হ'ল; ডেনিয়েল সম্পৰ্কে পোষণ কৰা আকবৰৰ সকলো আশা মষিমূৰ হ'ল। শোকত অভিভূত হৈ থকা অৱস্থাত আকবৰে অভিযান চলাবলৈ মন নকৰিলে। আকৌ আলোচনা চলিল। যুৱৰাজ যদি নম্ৰভাৱে সম্ৰাটৰ আগত উপস্থিত হয়হি, তেন্তে তেওঁৰ সকলো দোষ ক্ষমা কৰা হ'ব বুলি বুজাবৰ কাৰণে বিচক্ষণ প্ৰতিনিধিক ভাৰ দিয়া হ'ল।

অৱশেষত আত্ম-সমৰ্পণ কৰিবলৈ ছেলিমক সন্মত কৰোৱা হ'ল। তেওঁৰ ঠাইত পুতেক অধিষ্ঠিত হোৱাৰ শঙ্কা আৰু সন্ত্ৰাসৰ ভাৱ সততে থকা কাৰণে সম্ভৱতঃ আত্মসমৰ্পণ কৰাটোকে উত্তম পন্থা বুলি থিৰাং কৰিলে।

নবেম্বৰ মাহত তেওঁ আহি আগ্ৰাত উপস্থিত হ'ল। তেওঁ বিৰাট সৈন্যবাহিনী এটা লৈ যাত্ৰা কৰিছিল; কিন্তু নগৰীৰ পৰা কিছু দূৰত সৈন্যবাহিনীক এৰি থৈ গ'ল। এইবাৰো তেওঁ সোণ আৰু হাতী উপহাৰ স্বৰূপে আনিলে; অৱশ্যে এইবাৰ মাত্ৰ চাৰিশ হাতী আনিছিল। সম্ৰাটে কোনোবা এটা চ'ৰাত তেওঁক সাক্ষাৎ দান কৰিলে। বাপেকৰ আগত ছেলিমে নম্ৰতাৰে সাষ্টাঙ্গে প্ৰণিপাত জনালে; সম্ৰাটে প্ৰীতিৰ-ভাব প্ৰদৰ্শন কৰি তেওঁক আদৰণি জনালে আৰু হাতত ধৰি ভিতৰৰ কোঠা এটালৈ অকলৈ লৈ গ'ল। হঠাৎ আকবৰে আত্ম-সংযম হেৰুৱাই পেলালে। তেওঁৰ সঞ্চিত ক্ৰোধৰ উদ্গীৰণ হ'ল। পুতেকৰ গালত চৰ এটা শোধাই তেওঁ তীব্ৰ ভাষাৰে তিৰস্কাৰ কৰিলে আৰু পুত্ৰ হিচাপে কৰিব নলগীয়া তেওঁৰ কু-কাৰ্য্যবোৰৰো হিচাপ দিলে। আকবৰৰ অতিপাত খং উঠিছিল। তাৰ পিছত হঠাৎ সুৰ সলনি কৰি পুতেকক বিদ্ৰূপ কৰি ক'লে যে বিপুল অশ্বাৰোহী বাহিনীৰ অধিনায়ক হৈ নিৰস্ত্ৰ অৱস্থাত অকলশৰে অনুগ্ৰহপ্ৰাৰ্থীৰূপে তেওঁৰ ওচৰলৈ আহি ছেলিমে মাৰাত্মক ভুল কৰিছে। ভয়ত পেপুৱা লাগি ছেলিম তলমুৱা হৈ থাকিল; তেওঁৰ চকুলো বৰলৈ ধৰিলে।

এই দৃশ্যৰ পৰিসমাপ্তিত ছেলিমক গ্ৰেপ্তাৰ কৰা হ'ল। কঠোৰতম শাস্তি স্বৰূপে তেওঁক মদ আৰু কানিৰ পৰা বঞ্চিত কৰা হ'ল। যুৱৰাজ নিৰাশ হৈ পৰিল। অলপ পিছতে তেওঁৰ ভনীয়েক কেই গৰাকী আৰু আকবৰৰ পত্নীবৰ্গই আহি চকুলো টুকি তেওঁক সমবেদনা



জনালে। তেওঁলোকে ছেলিমৰ ওচৰৰপৰা সম্ৰাটৰ ওচৰলৈ অহা-যোৱা কৰি ছেলিমৰ অনুতাপৰ বিষয়ে এনে এটা মৰ্ম্মস্পৰ্শী বৰ্ণনা দিলে যে আকবৰৰ মন পমি গ'ল। ক্ৰোধ-উদ্গীৰণ হোৱাৰ মূৰত আকবৰে সততে ক্ষমাৰ মনোভাৱ অৱলম্বন কৰে। কেইদিন মানৰ পাছত ছেলিমক মুক্তি দিয়া হয় আৰু মনৰ অশান্তি আৰু যাতনা গুচাবলৈ তেওঁ পুনৰ মদত আশ্ৰয় ললে। আকবৰৰ বাহিৰে আনৰ ক্ষেত্ৰত কথাই কামে সকলো ক্ষেত্ৰতে নিৰ্ভীক অৱমাননা প্ৰদৰ্শন কৰা অবাধ্য পুতেকক কেৱল নিজৰ উপস্থিতিৰ দ্বাৰা দমন কৰা বিষয়ত আকবৰৰ বিপুল ব্যক্তিত্ব যিদৰে প্ৰকাশ পাইছে আন কোনো ক্ষেত্ৰতে সেইদৰে প্ৰকাশ পোৱা নাই। বাপেকৰ জীৱিত অৱস্থাত ছেলিমে আৰু একো অশান্তিৰ সৃষ্টি কৰা নাছিল।

কিন্তু আকবৰৰ দিন চমু চাপি আহিল। কোনো মতে এটা বছৰ তেওঁ থাকিল। অতিশয় মৰমিয়াল আৰু উচ্চ আকাঙ্ক্ষাসম্পন্ন আকবৰে এই দুয়ো ক্ষেত্ৰতে ( স্নেহ আৰু আকাঙ্ক্ষা ) গভীৰ আঘাত পালে। আবুল ফজলৰ হত্যাকাণ্ড, ছেলিমৰ বিদ্ৰোহ আৰু মাকৰ মৃত্যুত তেওঁৰ অন্তৰ খং আৰু বেজাৰত জৰ্জ্জৰিত হ'ল। তেওঁৰ সকলোবোৰ গৌৰৱ-মহিমা অসাৰ হ'ল। সৰু পুতেক দুজনৰ শোচনীয় আৰু অকাল মৃত্যুৱে তেওঁৰ বহুত দিনীয়া আশা কিছুমান নিৰ্ম্মূল কৰিলে; বৰ পুতেকৰ চৰিত্ৰয়ো তেওঁৰ বংশৰ ভৱিষ্যত শুভ হোৱাৰ লক্ষণ নেদেখুৱালে। তেওঁ ছেলিমৰ সলনি নাতিয়েক খুছ্ৰুক উত্তৰাধিকাৰী বাছিব নেকি? শেষ সময়ত আকবৰে এই বিষয়ে গভীৰ ভাৱে বিবেচনা কৰিছিল নে নাই, সেই কথা আমি নেজানো। কিন্তু এইটো ঠিক যে ১৬০৫ চনৰ ২১ ছেপ্টেম্বৰত ৰোগ-শয্যাত পৰাৰ লগে লগে তেওঁৰ নাতিয়েকৰ অনুগত লোকসকলে ষড়যন্ত্ৰত আত্মনিয়োগ কৰিলে।

সম্ৰাটক শ্ৰদ্ধা জনাবলৈ নদীয়েদি উলটি অহাৰ দিনাই ছেলিমক বন্দী কৰিবলৈ তেওঁলোকে ঠিক কৰিলে। তেওঁৰ নাও আহি দুৰ্গৰ কাষৰ ঘাটৰ খটখটিত লগা মাত্ৰেই তেওঁক আসন্ন বিপদৰ কথা কৈ সতৰ্ক কৰি দিয়া হ'ল; সেইদেখি তেওঁ ষড়যন্ত্ৰকাৰীদলৰ হাতত ধৰা পৰাৰ পৰা ৰক্ষা পৰিল। ষড়যন্ত্ৰকাৰীদলে ডা-ডাঙৰীয়াসকলক গোটাই উত্তৰাধিকাৰ সম্বন্ধে বিতৰ্কৰ সূচনা কৰিলে; কিন্তু খুছ্ৰুৰ দাবীৰ বিৰুদ্ধে প্ৰবল আপত্তি উত্থাপিত হ'ল আৰু শেষত ষড়যন্ত্ৰ ব্যৰ্থ হ'ল।

বাপেকৰ মৃত্যু হোৱাটোকে আগ্ৰহেৰে কামনা কৰিছিল যদিও ছেলিমে বাপেকৰ মহত্বৰ কথা ভালকৈয়ে জানিছিল। ভৱিষ্যতৰ চিন্তাত তেওঁ ব্যাকুল হ'ল; সম্ভৱতঃ পূৰ্ব্বৰ কথা সুঁৱৰি তেওঁৰ অনুশোচনাও হৈছিল। চকুৰে টিপ নমৰাকৈ তেওঁ এটা নিশা অনাই বনাই কটালে। সিংহাসনৰ উত্তৰাধিকাৰী হৈয়ো তেওঁ ৰাজধানীৰ আলিবাটেদি পলাতকৰ দৰে ঘূৰি ফুৰিছিল। বাপেকৰ মৃত্যুৰ ক্ষণ কাষ চপাৰ সময়তহে তেওঁ আকবৰৰ কাষলৈ যাবলৈ সাহ গোটাই ল'লে। সম্ভৱতঃ তেওঁক ইচ্ছাকৃত ভাবেই আঁতৰাই ৰখা হৈছিল। বাপেক-পুতেকৰ মনৰ পৰা পাৰস্পৰিক সন্দেহৰৰ ডাৱৰ তেতিয়াও আঁতৰা নাছিল। আকবৰৰ শৰীৰৰ গাঁথনি যথেষ্ট শক্তিশালী হোৱা সত্বেও গ্ৰহণী ৰোগে তেওঁক কাহিল কৰি তুলিলে। সৰু-সুৰা বিৰক্তিয়েও এই সময়ত তেওঁৰ অসুখৰ মাত্ৰা বৃদ্ধি কৰিলে। তথাপি শেষৰ পিনে তেওঁ শক্তি চপাই ল'লে। ২২ অক্টোবৰ শনিবাৰৰ দিনা তেওঁৰ নৰিয়া-কোঠাত পাদ্ৰী জেভিয়াৰ আৰু তেওঁৰ লগৰীয়া জেছুইট্‌সকলক প্ৰৱেশ কৰিবলৈ অনুমতি দিয়া হ'ল; তেওঁলোকে মৃত্যু-শয্যাৰ দৃশ্য দেখিবলৈ পাব বুলি আৰু যাতনা ভোগ কৰা আত্মাক উপদেশ-বাণী শুনাবলৈ সাজু হৈ আহি সম্ৰাটক দেখা পাই স্তম্ভিত হ'ল—সম্ৰাটে



সভাসদসকলৰ লগত আনন্দ মনেৰে কথা পাতিছে। কিন্তু সোমবাৰে অৱস্থাৰ পৰিবৰ্ত্তন ঘটিল। তেওঁলোকে দেখা কৰিবলৈ অনুমতি বিচাৰিছিল; কিন্তু অনুমতি নেপালে। আকবৰ মৃত্যুৰ মুখত; তেওঁ-লোকৰ শেষ সুযোগো হেৰাল।

যিহেতু তেওঁ ইছলাম ধৰ্ম্ম ৰক্ষা কৰিব বুলি আৰু খুছ্ৰুৰ অনুগামী সকলৰ প্ৰতি একো শাস্তি বিধান নকৰে বুলি অঙ্গীকাৰ কৰিলে, সেইবাবে ডা-ডাঙৰীয়াসকলৰ সমৰ্থন লাভ কৰিব বুলি সুনিশ্চিত হৈ যুৱৰাজ ছেলিম মুষ্টকত শৰীৰৰক্ষীসহ ৰাজপ্ৰাসাদলৈ আহিল; তেওঁক সম্ৰাটৰ কাষলৈ নিয়া হ'ল। ছেলিমে মূৰ দোঁৱাই মাটিত পৰি সেৱা কৰিলে। তেতিয়া আকবৰৰ বাকশক্তি নোহোৱা হ'ল; মাত্ৰ চকু মেলি আছিল। তেওঁ সজ্ঞানে আছিল আৰু মৃত্যুৰ আগমুহূৰ্ত্ততো পৌৰুষত্বৰ গাম্ভীৰ্য্য প্ৰকাশ পাইছিল। তেওঁ আকাৰে ইঙ্গিতে বুজালে যে ছেলিমে ৰাজমুকুট পিন্ধিব লাগে আৰু ৰাজকীয় তৰোৱালখন (হুমায়ুনৰ তৰোৱাল) কঁকালত বান্ধি লব লাগে। তাৰ পিছত হাতৰ ঠাৰেৰে ছেলিমক কোঠাৰপৰা ওলাই যাবলৈ কলে। ছেলিম বেগাই ওলাই গল; তেতিয়াহে তেওঁ উশাহ সলালে; তেওঁৰ শিৰ উন্নত কৰি থিয় হ'ল। জনতাৰ ধ্বনি তেওঁৰ কাণত পৰিলহি; সিংহাসন সম্পৰ্কে তেওঁ নিশ্চিন্ত হ'ল।

মৃত্যুমুখী সম্ৰাটৰ কাষত থাকিল মাত্ৰ তেওঁৰ অন্তৰঙ্গ বন্ধু কেইজন-মান। তেওঁলোকে মহম্মদৰ বাণীসমূহ দোঁহাৰিবলৈ ধৰিলে; তেওঁৰ লৰাকালৰ স্মৃতি সজাগ কৰি তুলিলে। কিন্তু আকবৰৰ ওঁঠত অনুমোদনৰ কঁপনি নুঠিল। মাজে মাজে তেওঁ মাত্ৰ ঈশ্বৰৰ নাম উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিছিল। ২৭ অক্টোবৰ দিনা নিচেই ৰাতিপুৱা ভাগতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে।

মুছলমান চুন্নী সম্প্ৰদায়ৰ আচাৰ অনুসৰি সাধাৰণ ভাৱে সৎকাৰ কাৰ্য্য সম্পন্ন হ'ল। আকবৰে নিজে নিৰ্ম্মাণ কৰোৱা আগ্ৰাৰ ৰঙাপাথৰৰ বিৰাট দুৰ্গৰ বেৰৰ এছোৱা ভাঙি পেলোৱা হ'ল আৰু সেই সুৰুঙাই দি কান্ধত তুলি উলিয়াই আনিলে তেওঁৰ পুতেক ছেলিমে—সেই ছেলিমেই এতিয়া হব সম্ৰাট জাহাঙ্গীৰ। তিনি মাইল নিলগত প্ৰস্তুত কৰা সমাধিস্থানলৈ সৰু সমদল এটাই শৱাধাৰ অনুসৰণ কৰিলে। যি এমুঠি লোকে শোক বস্ত্ৰ পৰিধান কৰিছিল, তেওঁলোকেও সন্ধিয়া সেই সাজ পৰিবৰ্ত্তন কৰিলে।

জেছুইট্ পৰ্য্যবেক্ষকসকলৰ মনত এনে ততাতৈয়াকৈ আৰু উকা ভাবে সম্পন্ন কৰা সৎকাৰকাৰ্য্য নিন্দনীয়ভাৱে আধাডুখৰীয়া আৰু অৱমাননাসূচক যেন লাগিছিল। খৃষ্টানসকলে জাকজমকতাৰে মৃতকৰ শ-যাত্ৰাত যোগ দিয়ে; জীৱনকালতকৈ আত্মাই শৰীৰ ত্যাগ কৰাৰ পাছতহে অধিক সম্মান প্ৰদৰ্শন কৰা হয়। সেইদেখি তেওঁলোকে ভাবিছিল যে সুউচ্চ শৱাধাৰ, বিপুল সংখ্যক প্ৰজ্জলিত মম, গাম্ভীৰ্য্য সম্পন্ন সঙ্গীত, শোক-বস্ত্ৰ, দীঘলীয়া আৰু আড়ম্বৰপূৰ্ণ শেষকৃত্য, বিপুল সংখ্যক শোকাকুল লোকৰ শৃঙ্খলাবদ্ধ সমাবেশ প্ৰাৰ্থনা—এই সকলো-বোৰ সম্ৰাটৰ সমাধিপ্ৰসঙ্গত অনুষ্ঠিত হব। এনে অৱস্থাত ইচ্ছাকৃত ভাৱে ঔদাসিন্য বা ঘৃণাৰভাৱ প্ৰদৰ্শন কৰাৰ বাহিৰে আন একো কাৰণত এনে এজন মহান সম্ৰাটৰ মৃতদেহ এইদৰে পালমৰা ধৰণে সমাধিস্থ হব পাৰে বুলি তেওঁলোকে ভাবিব নোৱাৰিলে। তেওঁলোকে স্মাৰক ফলক স্বৰূপে এই নীতিবচনকে লিখি থলে—"যাৰ পৰা একো ভাল আশা কৰিব নোৱাৰি বা কিবা বেয়া কৰিব বুলিও যালৈ ভয় কৰিবলগীয়া নাই, সেইসকলৰ প্ৰতি পৃথিৱীয়ে এনে আচৰণকে দেখুৱায়।" কিন্তু ইছলাম ধৰ্ম্মত সুকীয়া পৰম্পৰা এটা প্ৰচলিত থকা কথাটো তেওঁলোকে



নেজানে। হজৰতৰ উপদেশ আছিল যে মৃতকক সোনকালে কবৰ দিব লাগে। কিয়নো কান্ধৰ পৰা বদগুণ আঁতৰাবলৈ যদি খৰখেদা কৰাটো ভাল কথা বুলি বিবেচিত হয়, তেন্তে পুণ্যাত্মাক খৰখেদা কৰি চিৰ শান্তি দান কৰাও সমানেই সৎকাম।

# গ্ৰন্থপঞ্জী

আকবৰ সম্পৰ্কে বিশদভাৱে জানিবলৈ ইচ্ছুকসকলে তলত উল্লেখ কৰা গ্ৰন্থসমূহ অধ্যয়ন কৰিব পাৰে:


১। ভিন্‌চেণ্ট স্মিথ: শ্ৰেষ্ঠ মোগল, আকবৰ ( Akbar, the Great Mogul ) ক্লেৰেণ্ডন প্ৰেছ, ১৯১৯।

২। কৰ্ণেল জি. বি. মেলিচন: আকবৰ ( Ruler of India series ), ক্লেৰেণ্ডন প্ৰেছ, ১৮৯০।

৩। মনছেৰেটৰ টোকা ( Monserrate's Commentary ) (১) লেটিন পাঠ, ফাডাৰ এইচ্ হষ্টেনৰ দ্বাৰা সম্পাদিত, কলিকতা ১৯১৪, (২) উক্ত টোকাৰ জে. এচ হইলেণ্ডৰ দ্বাৰা ইংৰাজী অনুবাদ আৰু এচ্ বেনাৰ্জীৰ টিপ্পনীসহ ; মিলফৰ্ড: লণ্ডন আৰু কটক, ১৯২২।

৪। পিৰে ডি জেৰিক: আকবৰ আৰু জেছুইট্‌সকল ( Akbar and the Jesuits ): চি. এইচ্ পেইনৰ অনুবাদ, ৰাউট্‌লেজ, ১৯২৬। এই গ্ৰন্থত সম্পূৰ্ণ আৰু আমোদজনক টোকা পোৱা যায় আৰু ভিন্‌চেণ্ট স্মিথৰ ভুল মন্তব্য ইয়াত সংশোধন কৰি দিয়া হৈছে।

৫। আকবৰ-নামা ; এইচ্ বিভাৰিজৰ অনুবাদ; বিব্লিঅথেকা ইণ্ডিকা, কলিকতা, ১৮৯৭—১৯১০।

৬। আইন্-ই-আকবৰী ; এইচ্ এফ্ ব্লখমেন আৰু এইচ্ এচ্ জেৰেটৰ ইংৰাজী ভাঙনি ; বিব্লিঅথেকা ইণ্ডিকা, কলিকতা ১৮৭৩—১৯১০।

৭। ডব্লিউ এইচ্ মোৰলেণ্ড: আকবৰৰ মৃত্যুৰ সময়ত ভাৰতবৰ্ষ ( India at the Death of Akbar )।

৮ চাৰ ই ডি মেক্‌লেগন: মহৎ মোগল আৰু জেছুইট্‌সকল ( The Jesuits and the Great Mogul )।